# অভিমন্যুবধ নাটক।

—— ∘:⁂:∘ ——



শ্ৰীভাৰতচন্দ্ৰ দাস বি,এ,ৰ দ্বাৰা।

ৰচিত আৰু প্ৰকাশিত।

গুৱাহাটী।

দ্বিতীয় তাঙ্গৰণ।

১৯২৫।

মূল্য ॥৵০ দহ অনা

# উচর্গা।

যাৰ আগ্ৰহত দিলোঁ ফুল ভাৰতৰ,
দেবী-পদ-কমলত; আদৰিণী সেই
প্ৰেমময়ী, প্ৰিয়তমা, প্ৰণয়িনী কৰে,
সপিলোঁ কুমাৰ বীৰ অভিমন্যু মোৰ॥

# ভাৰৰীয়াসকল।

## কৌৰবদল।

দুৰ্য্যোধন, দ্ৰোণ, কৰ্ণ, কৃপ, অশ্বত্থমা, শকুনি, জয়দ্ৰথ, উলুক,
বৃষকেতু, লক্ষণ, পদ্ম আৰু চিপাহীগণ।

—০ঃ০ঃ•—

## পাণ্ডৱদল।

শ্ৰীকৃষ্ণ, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ,
অভিমন্যু, দূত আৰু সৈন্যগণ।

---

বাটকৰা, গৰখীয়া, টকৰু বাপু, দুইজন চিপাহী,
নদাই আৰু ভাৰী।

# তিৰোতাসকল।

সুভদ্ৰা; উত্তৰা, সুমথিৰা, বিৰহী, অপ্সৰী আৰু দাসীগণ।

---

# অভিমন্যুবধ নাটক।

## প্ৰথম অঙ্ক।

—০ঃ৪ঃ০—

### প্ৰথম গৰ্ভাঙ্ক।

ফুলনি—অপ্সৰীগণ।

খাম্বাজ মিশ্ৰ—একতালা।

কুঞ্জে কুঞ্জে নাচোঁ ৰঙ্গে যতেক ৰঙ্গিনী,
আহাঁহে সঙ্গিনী।
মুকুতা ধাৰে, কুসুম হাৰে, সাজাহে সঙ্গিনী,
প্ৰেম বিৰহিনী, আহাঁহে ৰঙ্গিনী,
যতেক সঙ্গিনী।
প্ৰকৃতি কুসুম বাণ্ড, কুলিয়ে মাতিছে কুউ,
ধীৰ মলয়া বয়, আকুল কৰে হৃদয়,
ফুলৰ বাস, ফুলৰ লাস, ফুলৰ সঙ্গিনী,
প্ৰেম বিৰহিনী, আহাঁহে ৰঙ্গিনী,
যতেক সঙ্গিনী।

## দ্বিতীয় গৰ্ভাঙ্ক ।

### পাণ্ডৱ ছাউনী।

শ্ৰীকৃষ্ণ, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল আৰু সহদেৱ ।

যুধিষ্ঠিৰ—প্ৰভো ! আৰু কিমান দিনৰ মূৰত এই ভাৰত-যুদ্ধ অন্ত হব ? যুদ্ধ আৰম্ভ হবৰেপৰা আমাৰ যিমান দুখ কষ্ট আৰু অপমান হৈছে তাক কৈ অন্ত কৰিব নোৱাৰি । জ্ঞাতি-বধ, কুটুম্ব-বধ, ব্ৰাহ্মণৰ ৰক্তপাত, গুৰু শিষ্যৰ যুদ্ধ আৰু গৃহ-কন্দল প্ৰভৃতিৰ কথা মনত পৰিলে এতিয়াই যুদ্ধ এৰি বনলৈ যাবৰ মন যায় । সোণৰ ৰাজ্য ছাৰখাৰ হল ! ঘৰ-দুৱাৰ, আলি-পদুলি, ভাগি-ছিগি শিয়াল, বাঘ আৰু ঘোঙৰ বাহ হল । প্ৰজাৰ দুখত গছৰ চৰায়ে বাহ এৰিলে । বীৰ-সবে লাখে লাখে শত্ৰুৰ হাতত জীৱন দি লৰা-তিৰোতাক অনাথ, অনাথিনী কৰি মহাসুখে স্বৰ্গবাসী হৈছে । মাউৰা লৰা-ছোৱালীৰ কান্দনত গছৰ পাত সৰিছে । বিধবাৰ আত্ম-বোলত হিয়া দুফাল হব খোজে । এতিয়া ইবোৰ সিবোৰ এৰক । হয় কওক যে অতি অলপতে যুদ্ধৰ সামৰণি [illegible]াব ; নতুবা পাঁচ পাণ্ডৱক আকৌ বনবাসী হবলৈ আজ্ঞা দিয়ক ।

শ্ৰীকৃষ্ণ—ধৰ্ম্মৰাজ ! মই আপোনাৰ শ্ৰীচৰণত ধৰি কৈছোঁ যে অচিৰে এই সমৰৰ অন্ত পেলাম । কুৰুকুল জয়-পাতে ক্ষয় হব । ভীম, অৰ্জ্জুনৰ হাতত সিহঁতে এটি এটিকৈ প্ৰাণ সোধাব ।

অৰ্জ্জুন—সখি! প্ৰজাৰ দুখ, আত্মীয়-কুটুম্বৰ মৃত্যু, লৰা-ছোৱালী আৰু বিধবাৰ কান্দনলৈ চাই আৰু যুদ্ধ কৰিবৰ মন নাযায়। কিন্তু কি হব? তোমাৰ আজ্ঞা নাপাওমানে যুজিবই লাগিব। দাদা যুধিষ্ঠিৰ আৰু তোমাৰ বচন, আমাৰ সকলোৰে শিৰোধাৰ্য্য। তথাপি যিমান সোনকালে হয় এই যুদ্ধ অন্ত হলে সকলোৰে মঙ্গল।

নকুল—হয় দাদা; নহলে আমাক পুনঃ বনলৈ পঠাই দিয়ক। ৰাজ্য লোৱাৰ বা লাভ কি? যিমান কষ্ট আৰু অপমান হৈছে এইয়ে যুৰিছে।

সহদেৱ—মোৰ মনেৰে মিছাতে যুদ্ধ কৰি প্ৰজা ক্ষয় কৰাতকৈ বনবাস লক্ষগুণে শ্ৰেয়ঃ।

যুধিষ্ঠিৰ—বাপা ভীম! তুমি দেখোঁ মনে মনে থাকিলা এই বিষয় তোমাৰ মত কি?

ভীম—মত অমতৰ কথা নহয়। দুৰ্য্যোধনে আমাক যিমান অপমান আৰু অমৰ্য্যাদা কৰিছে তাৰ শোধ নোলোৱাকৈ কেতিয়াও ক্ষান্ত নহওঁ। ক্ষত্ৰিয়ৰ সন্তান হৈ মৰিবলৈ ভয় কৰিলে তাক কাপুৰুষ নুবুলি কি বুলিব? ৰজা হৈ প্ৰজা পালন কৰিব নোৱাৰিলে তাক কোনে ৰজা বুলিব? দুষ্টক দমন, শিষ্টক পালন ৰাজাৰ ধৰ্ম্ম; ধনু-শৰ ধৰি শত্ৰু বিনাশ আৰু আত্মৰক্ষা কৰা ক্ষত্ৰিয়ৰ কৰ্ম্ম। পাশাখেল, দ্ৰৌপদীৰ অপমান, জৌগৃহ, অজ্ঞাতবাস প্ৰভৃতি দুখৰ কথা মনত পৰিলে ধৈৰ্য্য ধৰা অসম্ভব হৈ উঠে। দুৰ্য্যোধনৰ উৰুভঙ্গ, দুঃশাসনৰ

ৰক্তপান প্ৰভৃতি প্ৰতিজ্ঞা এতিয়াও ভীমৰ মনৰপৰা গুচা নাই আৰু নুগুচে। ইন্দ্ৰ, যম, কুবেৰ, বৰুণ, অন্য কি স্বয়ং ভগবান শিৱও যদি দুৰ্য্যোধনৰ ফলীয়া হৈ যুদ্ধ কৰে তথাপি তাৰ নিস্তাৰ নাই। এই ত্ৰিভুবনত এনেকুৱা কোনো বীৰ নাই যি দুৰ্য্যোধনক ভীমৰ হাতৰপৰা সৰুৱাব পাৰে। দ্ৰোণ, কৰ্ণ, অশ্বত্থমা, কৃপাচাৰ্য্য, প্ৰভৃতি বীৰসকল ভীমৰ মনত তৃণ-কুটা! মহাৰাজ! আপুনি আমাৰ গুৰু আৰু আপোনাৰ বাক্য শিৰোধাৰ্য্য। কিন্তু এই কথাত মোৰ সম্পূৰ্ণ অমত। (তৰোৱাল দিয়ে) এই তৰোৱালেৰে ভীমক খণ্ড খণ্ডকৈ কাটি কুকুৰ শিয়ালক খুৱাওক, তথাপি ভীমে এই কথাত কেতিয়াও মান্তি নহয়। পিতামহ পৰিলেই। এতিয়া বীৰৰ ভিতৰত গুৰু দ্ৰোণ, ভীৰু কৰ্ণ, নিলাজ দুঃশাসন, টুটকীয়া শকুনি অধৰ্ম্মী আৰু ব্যভিচাৰী দুৰ্য্যোধন মাত্ৰ। ইহঁতৰ ভয়ত [illegible] বনত পলাই থাকিব লাগে তেন্তে ভীম কেলেই জীয়াই আছে? শ্ৰীকৃষ্ণই কিয় জগদীশ্বৰ নাম লৈছে? অৰ্জ্জুনে কি কাৰণে গাণ্ডীৱ ধৰিছে? আপোনাৰ ইঙ্গিত পালে এতিয়াই এই গদাৰ কোবত দ্ৰোণাচাৰ্য্যে ত্ৰাহি ত্ৰাহি ডাকিলেহেতেন! কৰ্ণ ই দন্তালি এৰি হাৰিয়ে বননিয়ে লুকাই ফুৰিলেহেতেন! নিলাজ দুঃশাসনৰ তেজেৰে দ্ৰৌপদীৰ চুলি আৰু ভীমৰ মুখ ইমান দিনে ৰঙ্গা পৰিলহেতেন! দুষ্ট শকুনিয়ে দাতত তৃণ লৈ ধৰ্ম্মৰাজৰ ওচৰত ক্ষমা ভিক্ষা কৰিলেহেতেন! সিহঁতে ইমান দিনলৈ যে মহতালি কৰি ফুৰিছে আপুনিয়েই তাৰ কাৰণ;

আপুনিয়েই যত অনর্থৰ মূল। আপোনাৰপৰাই আমাৰ ইমান দুৰ্দ্দশা হৈছে।

শ্ৰীকৃষ্ণ—দাদা! গৃহ-কন্দল ভাল নহয়। আপুনি ধৰ্ম্ম-ৰাজক আৰু তিৰস্কাৰ নকৰিব। মোৰ কথা শুনক। কালি সখি অৰ্জ্জুনৰ লগত সংসপ্তক সেনাৰ ঘোৰ যুদ্ধ হব। সেই কাৰণে কালি ধৰ্ম্মৰাজক ৰক্ষাৰ ভাৰ আপোনাৰ গাত থাকিল।

ভীম—ধৰ্ম্মৰাজ! খঙত আপোনাক বহুত কুবচন বুলিলো, দাস বুলি ক্ষমা কৰক।

যুধিষ্ঠিৰ – প্ৰিয় বৃকোদৰ! তোমাৰ কথাত মোৰ অলপো খং উঠা নাই; কাৰণ তোমাৰ কথা সম্পূৰ্ণ সঁচা। সম্প্ৰতি শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনে কি কয় শুনা।

অৰ্জ্জুন—দাদা! মই দ্ৰোণাচাৰ্য্য আৰু দুৰ্য্যোধনৰ মন্ত্ৰণা ভালকৈ জানো। কালি নাৰায়ণী সেনাৰ যুদ্ধত মই ব্যস্ত থাকিম। মোৰ অনুপস্থিতিত যেন ধৰ্ম্মৰাজৰ একো অনিষ্ট নহয়, তালৈ চকু ৰাখিব।

নকুল—সহদেব! আহা; আমি যাওঁ; ৰাতি হল। কালি ৰাতিপুৱা সোনকালে যুদ্ধৰ আয়োজন কৰিব লাগিব।

---

# তৃতীয় গৰ্ভাঙ্ক।

## কৌৰৱ ছাউনী।

### দুৰ্য্যোধন, কৰ্ণ আৰু শকুনি।

দুৰ্য্যোধন—উঃ! কি পৰিতাপ! একেবাৰে সৰ্ব্বনাশ হল। শিয়ালৰ ৰণত সিংহৰ পৰাজয়! হায়! পিতামহ! ইচ্ছাধীন মৃত্যু স্বত্বেও আপুনি যে অৰ্জ্জুনৰ বাণত মৰিল ই মোৰ দুৰাদৃষ্টৰ ফল মাত্ৰ। এই যুদ্ধত জয়লাভৰ আশা আৰু নিশাৰ সপোন সমান। কাৰণ সেনাপতি হৈ পাঁচ পাণ্ডৱক পৰাজয় কৰিব পাৰে এনে বীৰ আৰু কোন আছে? সঁচাকৈ কৈছোঁ, মামা! সখি কৰ্ণ! আৰু যুদ্ধ কৰাৰ সকাম নাই। আহঁক পাণ্ডৱক ৰাজ্য এৰি দি আমি বনলৈ যাওঁহক। তাকে নকৰি যুদ্ধত পৰাস্ত হৈ লোক-হাঁহিয়াতৰ পাত্ৰ হোৱাৰ সকাম কি? পিতামহে ইমান দিন যুদ্ধ কৰি যদি পাঁচ পাণ্ডৱৰ এজনকো বধ কৰিলেহেতেন, তথাপি জয় লাভৰ অলপ আশা আছিল! কিন্তু ক'তা? উঃ! মই একেবাৰে হতাশ হলোঁ! হায়। হায়! আগেয়ে এনে বুলি জনা হলে, শ্ৰীকৃষ্ণই যেতিয়া পাঁচখন মাত্ৰ গাওঁ খুজিছিলহি তেতিয়াই ইয়াৰ এটা মীমাংসা কৰিব পৰা গলহেতেন। যুদ্ধৰপৰা ক্ষান্ত হলেও যে মান নাথাকে! মামা! সখি কৰ্ণ! আপোনালোকেই মোৰ বল-বুদ্ধি; কওকচোন, বাৰু এতিয়া কি কৰা যুগুত?

শকুনি—তুমি পাগলৰ দৰে এইখন প্ৰলাপ বকিছা কিয় পাণ্ডৱলৈ তোমাৰ ইমান ভয় নে ? সিহঁতৰ পাঁচোটাহে তোমাৰ দেখোঁ একশ। কিন্তু তাতে জানিবা অলপ কথা আছে; কাৰণ শ্ৰীকৃষ্ণ সিহঁতৰ সহায়। হলেই বা আমাক কি কৰিব পাৰে ? তেওঁ সাৰথিহে; যুজাৰু তো নহয়। তোমাৰ ফৈদত যিমানবিলাক সেনাপতি আছে তেওঁবিলাকৰ আগত তেনে শত কৃষ্ণ বা শত পাণ্ডৱেও ধনু ধৰি থিয় হোৱা টান। তুমি কেলেই ভয় খাইছা ?

কৰ্ণ—এৰা। গতস্য শোচনা নাস্তি। পাণ্ডৱক পৰাজয় কৰা ইমান ডাঙৰ কাম নে ? সখি আপুনি পিতামহৰ মৰণত ইমান ভয় নাখাব। আপোনাৰ কতাক্ষতে তেনে শত শত সেনাপতি ওলাব। ভীষ্মদেৱ একেই বুঢ়া। তেওঁ যে একেৰাহে দহদিন যুদ্ধ কৰিলে এইয়ে বহুত। সেই বাবে তেওঁক ধন্যবাদহে দিব লাগে।

শকুনি—তেওঁৰ ক্ষমতা অসীম। সেই বুলি তেওঁৰ মৰণত শোক কৰা নিতান্ত অন্যায়; কাৰণ পেটেৰে তেওঁ পাণ্ডৱৰ ফলীয়া আছিল। যোৱা কথা গল। সম্প্ৰতি কৰ্ণৰ কথা শুনা। এক সেনাপতিৰ মৰণত ইমান ব্যাকুল হোৱা তোমাৰ নিচিনা বীৰ পুৰুষৰ উচিত নহয়। আন এজনক সেনাপতি কৰি যুদ্ধলৈ যোৱাৰ উদ্যোগ কৰা।

দুৰ্য্যোধন—মামা ! পিতামহ অসীম ক্ষমতাশালী আৰু ত্ৰিভুবন বিজয়ী আছিল। তেওঁৰ শোক পাহৰা সহজ কথা নহয়।

# তৃতীয় গৰ্ভাঙ্ক।

## কৌৰৱৰ ছাউনী।

দুৰ্য্যোধন, কৰ্ণ আৰু শকুনি।

দুৰ্য্যোধন—উঃ! কি পৰিতাপ! একেবাৰে সৰ্ব্বনাশ হল। শিয়ালৰ ৰণত সিংহৰ পৰাজয়! হায়! পিতামহ! ইচ্ছাধীন মৃত্যু স্বত্বেও আপুনি যে অৰ্জ্জুনৰ বাণত মৰিল ই মোৰ দুৰাদৃষ্টৰ ফল মাত্ৰ। এই যুদ্ধত জয়লাভৰ আশা আৰু নিশাৰ সপোন সমান। কাৰণ সেনাপতি হৈ পাঁচ পাণ্ডৱক পৰাজয় কৰিব পাৰে এনে বীৰ আৰু কোন আছে? সঁচাকৈ কৈছোঁ, মামা! সখি কৰ্ণ! আৰু যুদ্ধ কৰাৰ সকাম নাই। আহঁক পাণ্ডৱক ৰাজ্য এৰি দি আমি বনলৈ যাওঁহক। তাকে নকৰি যুদ্ধত পৰাস্ত হৈ লোক-হাঁহিয়াতৰ পাত্ৰ হোৱাৰ সকাম কি? পিতামহে ইমান দিন যুদ্ধ কৰি যদি পাঁচ পাণ্ডৱৰ এজনকো বধ কৰিলেহেতেন, তথাপি জয় লাভৰ অলপ আশা আছিল! কিন্তু ক'তা? উঃ! মই একেবাৰে হতাশ হলোঁ! হায়। হায়! আগেয়ে এনে বুলি জনা হলে, শ্ৰীকৃষ্ণই যেতিয়া পাঁচখন মাত্ৰ গাওঁ খুজিছিলহি তেতিয়াই ইয়াৰ এটা মীমাংসা কৰিব পৰা গলহেতেন। যুদ্ধৰপৰা ক্ষান্ত হলেও যে মান নাথাকে! মামা! সখি কৰ্ণ! আপোনালোকেই মোৰ বল-বুদ্ধি; কওকচোন, বাৰু এতিয়া কি কৰা যুগুত?

শকুনি—তুমি পাগলৰ দৰে এইখন প্ৰলাপ বকিছা কিয় পাণ্ডৱলৈ তোমাৰ ইমান ভয় নে ? সিহঁতৰ পাঁচোটাহে তোমাৰ দেখোঁ একশ। কিন্তু তাতে জানিবা অলপ কথা আছে; কাৰণ শ্ৰীকৃষ্ণ সিহঁতৰ সহায়। হলেই বা আমাক কি কৰিব পাৰে ? তেওঁ সাৰথিহে; যুজাৰু তো নহয়। তোমাৰ ফৈদত যিমানবিলাক সেনাপতি আছে তেওঁবিলাকৰ আগত তেনে শত কৃষ্ণ বা শত পাণ্ডৱেও ধনু ধৰি থিয় হোৱা টান। তুমি কেলেই ভয় খাইছা ?

কৰ্ণ—এৰা। গতস্য শোচনা নাস্তি। পাণ্ডৱক পৰাজয় কৰা ইমান ডাঙৰ কাম নে ? সখি আপুনি পিতামহৰ মৰণত ইমান ভয় নাখাব। আপোনাৰ কতাক্ষতে তেনে শত শত সেনাপতি ওলাব। ভীষ্মদেৱ একেই বুঢ়া। তেওঁ যে একেৰাহে দহদিন যুদ্ধ কৰিলে এইয়ে বহুত। সেই বাবে তেওঁক ধন্যবাদহে দিব লাগে।

শকুনি—তেওঁৰ ক্ষমতা অসীম। সেই বুলি তেওঁৰ মৰণত শোক কৰা নিতান্ত অন্যায়; কাৰণ পেটেৰে তেওঁ পাণ্ডৱৰ ফলীয়া আছিল। যোৱা কথা গল। সম্প্ৰতি কৰ্ণৰ কথা শুনা। এক সেনাপতিৰ মৰণত ইমান ব্যাকুল হোৱা তোমাৰ নিচিনা বীৰ পুৰুষৰ উচিত নহয়। আন এজনক সেনাপতি কৰি যুদ্ধলৈ যোৱাৰ উদ্যোগ কৰা।

দুৰ্য্যোধন—মামা ! পিতামহ অসীম ক্ষমতাশালী আৰু ত্ৰিভুবন বিজয়ী আছিল। তেওঁৰ শোক পাহৰা সহজ কথা নহয়।

শকুনি—শোক পালে বুলি কোনবাই কাৰবাক ধন, মান এৰি দিব পাৰেনে ? হায় ! হায় ! ইয়ালৈকে তুমি ক্ষত্ৰিয় কুলত জন্ম লৈছিলা ? চিঃ ! ই সামান্য লাজৰ কথা নহয় ।

কৰ্ণ—বাস্তবীক, এই লাজ ৰাখিবলৈ পৃথিবীত ঠাই নহব । গোটেই জগত জুৰি কলঙ্ক থাকিব ।

দুৰ্য্যোধন—মামা ! এতিয়ানো কাক সেনাপতি কৰা উচিত ? কোনে পাণ্ডৱক ধৰি দি মোৰ হিয়াৰ শাল উভালিব ?

শকুনি—মোৰ মনেৰে গুৰু দ্ৰোণকে সেনাপতি পাতা ভাল । কিয়নো তেওঁ পাণ্ডৱৰ অস্ত্ৰ-গুৰু । পাণ্ডৱে কেতিয়াও তেওঁক পৰাস্ত কৰিব নোৱাৰে ; সিহঁত নিশ্চয় দ্ৰোণৰ হাতত মৰিব ।

কৰ্ণ—অতি সজ প্ৰস্তাব । ই নিশ্চয় বহু বিবেচনাৰ ফল । দ্ৰোণাচাৰ্য্য আপোনাৰ অন্নেৰে প্ৰতিপালিত, গতিকে তেওঁ প্ৰাণপণে আপোনাৰ হিত চেষ্টা কৰিব ; পাণ্ডৱ দ্ৰোণৰ শিষ্য এতেকে পাণ্ডৱৰ পৰাজয় ধুৰুপ । এতিয়া যোৱা যাওক । গহৰি কৰাৰ সকাম নাই । সোনকালে দ্ৰোণক সেনাপতি পদত বৰণ কৰোঁগৈহঁক ।

শকুনি—[স্বগতঃ] যি ভীষ্মই পৰশুৰামক পৰাস্ত কৰিছিল, যাৰ নামত সুৰাসুৰ, যক্ষ-ৰক্ষ, গন্ধৰ্ব্ব আদি কম্পমান, সেই ভীষ্ম দুৰ্য্যোধনৰ সেনাপতি হৈ এটি পাণ্ডৱকো হানি নকৰিলে ! পাণ্ডৱলৈ তেওঁৰ ইমান মৰম ! ইমান স্নেহ ! নিজৰ প্ৰাণকে বলি দিলে । সম্প্ৰতি বাপুৰো মন পোৱা টান হৈছে । এওঁৰো

পাণ্ডৱলৈ স্নেহ কম নহয়; বিশেষত অৰ্জ্জুন তেওঁৰ প্ৰিয় শিষ্য। নহলে আনবোৰ শিষ্যক খৰি পানী আনিবলৈ পঠিয়াই মনে মনে অৰ্জ্জুনক নানা বিধ অস্ত্ৰ-শস্ত্ৰ শিকাই নে? ছিঃ! বৰ ভুলটো কৰিলোঁ। কৰ্ণকহে সেনাপতি পতা উচিত আছিল! তেওঁৰনো আকৌ মন পাওঁ কেনেকৈ? যুদ্ধ নৌ আৰম্ভ হওতেই কলাচাঁদে মন্ত্ৰ শিকাই থৈ গৈছে। "তুমি কুন্তীৰ বৰ পো" বুলি কৈ গৈছে নহয়।

দ্ৰোণৰ প্ৰবেশ।

[ ফুটাই ]—এইয়া তত ওলালহিয়েই।

দ্ৰোণ—মহাৰাজ! আপুনি ইমান চিন্তাকুল হৈছে কিয়? আপোনাৰ এনে অৱস্থা দেখি মোৰ মনত বৰ দুখ লাগিছে। সোনকালে আপোনাৰ চিন্তাৰ কাৰণ কৈ নিৰ্ভাবনা কৰক।

দুৰ্য্যোধন—(প্ৰণিপাত কৰি) গুৰুদেৱ! কবলৈ আৰু কি আছে! আপুনি সকলো কথা জানেই। ইমান দিনৰ মুৰত জানিলো যে পিতামহ ভীষ্মে যেতিয়া অৰ্জ্জুনৰ শৰত প্ৰাণ এৰিলে তেতিয়াই কুৰুকুল নিৰ্ব্বংশ হল। গতিকে মোৰ মনৰ আশা মনতে ৰল। ইমান সোনকালে যে পিতামহৰ কাল হব, সি মোৰ সপ্নবো অগোচৰ আছিল।

শকুনি—বাপা! মিছা কথাত অনুতাপ কৰা ভাল নহয়। এতিয়া আহা, গুৰু দ্ৰোণক সেনাপতি কৰি ৰণলৈ যাওহঁক।

দ্ৰোণ—মহাৰাজ! এজন সেনাপতিৰ মৰণত আপুনি ইমান ব্যাকুল হৈছে কিয়? এতিয়াও সেনাপতি পদৰ উপ-

শকুনি—শোক পালে বুলি কোনবাই কাৰবাক ধন, মান এৰি দিব পাৰেনে ? হায় ! হায় ! ইয়ালৈকে তুমি ক্ষত্রিয় কুলত জন্ম লৈছিলা ? ছিঃ ! ই সামান্য লাজৰ কথা নহয় ।

কর্ণ—বাস্তবীক, এই লাজ ৰাখিবলৈ পৃথিবীত ঠাই নহব । গোটেই জগত জুৰি কলঙ্ক থাকিব ।

দুর্য্যোধন—মামা ! এতিয়ানো কাক সেনাপতি কৰা উচিত ? কোনে পাণ্ডৱক ধৰি দি মোৰ হিয়াৰ শাল উভালিব ?

শকুনি—মোৰ মনেৰে গুৰু দ্রোণকে সেনাপতি পাতা ভাল । কিয়নো তেওঁ পাণ্ডৱৰ অস্ত্র-গুৰু । পাণ্ডৱে কেতিয়াও তেওঁক পৰাস্ত কৰিব নোৱাৰে ; সিহঁত নিশ্চয় দ্রোণৰ হাতত মৰিব ।

কর্ণ—অতি সজ প্রস্তাব । ই নিশ্চয় বহু বিবেচনাৰ ফল । দ্রোণাচার্য্য আপোনাৰ অন্নেৰে প্রতিপালিত, গতিকে তেওঁ প্রাণপণে আপোনাৰ হিত চেষ্টা কৰিব ; পাণ্ডৱ দ্রোণৰ শিষ্য এতেকে পাণ্ডৱৰ পৰাজয় ধ্রুৱ । এতিয়া যোৱা যাওক ; গহৰি কৰাৰ সকাম নাই । সোনকালে দ্রোণক সেনাপতি পদত বৰণ কৰোগৈহঁক ।

শকুনি—[স্বগতঃ] যি ভীষ্মই পৰশুৰামক পৰাস্ত কৰিছিল, যাৰ নামত সুৰাসুৰ, যক্ষ-ৰক্ষ, গন্ধর্ব্ব আদি কম্পমান, সেই ভীষ্ম দুর্য্যোধনৰ সেনাপতি হৈ এটি পাণ্ডৱকো হানি নকৰিলে ! পাণ্ডৱলৈ তেওঁৰ ইমান মৰম ! ইমান স্নেহ ! নিজৰ প্রাণকে বলি দিলে । সম্প্রতি বাপুৰো মন পোৱা টান হৈছে । এওঁৰো

পাণ্ডৱলৈ স্নেহ কম নহয়; বিশেষত অর্জ্জুন তেওঁৰ প্রিয় শিষ্য। নহলে আনবোৰ শিষ্যক খৰি পানী আনিবলৈ পঠিয়াই মনে মনে অর্জ্জুনক নানা বিধ অস্ত্র-শস্ত্র শিকাই নে? ছিঃ! বৰ ভুলটো কৰিলোঁ। কর্ণকহে সেনাপতি পতা উচিত আছিল! তেওঁৰনো আকৌ মন পাওঁ কেনেকৈ? যুদ্ধ নৌ আৰম্ভ হওতেই কলাচাঁদে মন্ত্র শিকাই থৈ গৈছে। "তুমি কুন্তীৰ বৰ পো" বুলি কৈ গৈছে নহয়।

দ্রোণৰ প্রবেশ।

[ ফুটাই ]—এইয়া তত ওলালহিয়েই।

দ্রোণ—মহাৰাজ! আপুনি ইমান চিন্তাকুল হৈছে কিয়? আপোনাৰ এনে অৱস্থা দেখি মোৰ মনত বৰ দুখ লাগিছে। সোনকালে আপোনাৰ চিন্তাৰ কাৰণ কৈ নির্ভাবনা কৰক।

দুর্য্যোধন—(প্রণিপাত কৰি) গুৰুদেৱ! কবলৈ আৰু কি আছে! আপুনি সকলো কথা জানেই। ইমান দিনৰ মূৰত জানিলো যে পিতামহ ভীষ্মে যেতিয়া অর্জ্জুনৰ শৰত প্রাণ এৰিলে তেতিয়াই কুৰুকুল নির্ব্বংশ হল। গতিকে মোৰ মনৰ আশা মনতে ৰল। ইমান সোনকালে যে পিতামহৰ কাল হব, সি মোৰ সপ্নৰো অগোচৰ আছিল।

শকুনি—বাপা! মিছা কথাত অনুতাপ কৰা ভাল নহয়। এতিয়া আহা, গুৰু দ্রোণক সেনাপতি কৰি ৰণলৈ যাওহঁক।

দ্রোণ—মহাৰাজ! এজন সেনাপতিৰ মৰণত আপুনি ইমান ব্যাকুল হৈছে কিয়? এতিয়াও সেনাপতি পদৰ উপ-

যুক্ত বীৰ আপোনাৰ ফৈদত অনেক আছে। আপোনাৰ ইঙ্গিত হলেই অসংখ্য বীৰে আপোনাৰ হকে প্ৰাণ উচৰ্গিবলৈ সাজু আছে।

দুৰ্য্যোধন—( দ্ৰোণৰ হাতত ধৰি ) গুৰুদেৱ! আজি মই সকলোৰে আগত আপোনাক সেনাপতি পদত বৰণ কৰিলো। মোৰ ধন, মান লাজ, ভয়, ৰাজত্ব, সৈন্য-সামন্ত সকলোকে আপোনাত অৰ্পণ কৰিলো।

দ্ৰোণ—মহাৰাজ আপুনি চিন্তা নকৰিব। মই আজিয়েই পাঁচ পাণ্ডৱক ধৰি দি আপোনাৰ মনোবাঞ্ছা পূৰ্ণ কৰিম। এতিয়া বলক, যুদ্ধৰ আয়োজন কৰোঁহঁক।

শকুনি—এৰা, এতিয়াহে। আজি বাৰু গঙ্গাটোপৰ পেট ফুটে নে নুফুটে চাম। বাম-টাঙ্গোন জোকাৰি ডাংকোপ মাৰি ফুৰাজনৰ ধুন দেখা যাব। ঈশ্বৰে কৰিলে এই হাতেৰে তেওঁৰ ডিঙ্গিত শিকলি লগাবলৈ পাম। গদাপাট দেখুৱাই যাকে তাকে ভয় খুওৱাৰ মূৰ মৰিব পায় দেখোঁ।

সৈন্যগণ— জয় কুৰুপতিৰ জয়! জয় মহাৰাজ দুৰ্য্যোধনৰ জয়! জয় গুৰু দ্ৰোণৰ জয়!

অহং—একতাল।

উঠা বীৰ সব, উঠা কাচি পাৰি,
সমুখ ৰণত হোৱা শাৰী শাৰী।
লোৱা অস্ত্ৰ তুলি, যাৰে ভাগে যেনে,
বধাহে পাণ্ডৱ আজি দিনে ৰণে॥

কাটাহে পাণ্ডৱ, সমূলঞ্চে আজি,
নথবা নথবা পাণ্ডৱৰ নাম।
ঠুকুচি ঠুকুচি, কাটাহে পাণ্ডৱ,
তেবেসে জুৰাব সন্তাপিত প্ৰাণ ॥

---

# চতুৰ্থ গৰ্ভাঙ্ক।

## ৰণথলীৰ কিনাৰ।

[ যুদ্ধ কৰি কৰি দুইজন চিপাহীৰ প্ৰবেশ ]

১ম চিপাহী— আজি তোৰ ৰক্ষা নাই, আজি তোৰ পিঠি মোৰ হাত যি কৰে জগন্নাথ।

২য় চিপাহী— ময়ো একেবাৰে পৰি মৰা নহওঁ দে। ডেকা কালত তোৰ নিচিনা বীৰক কচুকাটা দি কাটিছিলোঁ। চাচোন কাটোতে কাটোতে তৰোৱালখন কেনে ভোটা হৈ গৈছে।

১ম চিপাহী—তেন্তে ককাই অলপ একলীয়া হৈ আহ। ইয়াতে বহি অলপ জিৰাই তামোল-ছালি এখনকে খাওঁ।

২য় চিপাহী— বল তেন্তে। এই বয়সত আৰু মাৰা-মাৰি কাটা-কাটি ভাল নালাগা হল। কি কম সোণাই, মৰাৰ আগেয়ে ডাঙৰ বাপাটোৰ বিয়াখন চাই যাওঁ বুলি মন কৰি-ছিলোঁ। মহাজনৰপৰা ধাৰ-ঋণ কৰি গা-ধনখিনি আনিলোঁ।

যুক্ত বীৰ আপোনাৰ ফৈদত অনেক আছে। আপোনাৰ ইঙ্গিত হলেই অসংখ্য বীৰে আপোনাৰ হকে প্ৰাণ উচৰ্গিবলৈ সাজু আছে।

দুৰ্যোধন—( দ্ৰোণৰ হাতত ধৰি ) গুৰুদেৱ! আজি মই সকলোৰে আগত আপোনাক সেনাপতি পদত বৰণ কৰিলো। মোৰ ধন, মান লাজ, ভয়, ৰাজত্ব, সৈন্য-সামন্ত সকলোকে আপোনাত অৰ্পণ কৰিলো।

দ্ৰোণ—মহাৰাজ আপুনি চিন্তা নকৰিব। মই আজি-য়েই পাঁচ পাণ্ডৱক ধৰি দি আপোনাৰ মনোবাঞ্ছা পূৰ্ণ কৰিম। এতিয়া বলক, যুদ্ধৰ আয়োজন কৰোঁহঁক।

শকুনি—এৰা, এতিয়াহে। আজি বাৰু গঙ্গাটোপৰ পেট ফুটে নে নুফুটে চাম। ৰাম-টাঙ্গোন জোকাৰি ডাংকোপ মাৰি ফুৰাজনৰ ধুন দেখা যাব। ঈশ্বৰে কৰিলে এই হাতেৰে তেওঁৰ ডিঙ্গিত শিকলি লগাবলৈ পাম। গদাপাট দেখুৱাই যাকে তাকে ভয় খুওৱাৰ মূৰ মৰিব পায় দেখোঁ।

সৈন্যগণ—জয় কুৰুপতিৰ জয়! জয় মহাৰাজ দুৰ্যো-ধনৰ জয়! জয় গুৰু দ্ৰোণৰ জয়!

অহং—একতাল।

উঠা বীৰ সব, উঠা কাচি পাৰি,
সমুখ ৰণত হোৱা শাৰী শাৰী।
লোৱা অস্ত্ৰ তুলি, যাবে ভাগে যেনে,
বধাহে পাণ্ডৱ আজি দিনে ৰণে॥

কাটাহে পাণ্ডৱ, সমুলঞ্চে আজি,
নথবা নথবা পাণ্ডৱৰ নাম।
ঠুকুচি ঠুকুচি, কাটাহে পাণ্ডৱ,
তেবেসে জুৰাব সন্তাপিত প্ৰাণ ॥

---

# চতুৰ্থ গৰ্ভাঙ্ক।

## ৰণথলীৰ কিনাৰ।

[ যুদ্ধ কৰি কৰি দুইজন চিপাহীৰ প্ৰবেশ ]

১ম চিপাহী— আজি তোৰ ৰক্ষা নাই, আজি তোৰ পিঠি মোৰ হাত যি কৰে জগন্নাথ।

২য় চিপাহী— ময়ো একেবাৰে পৰি মৰা নহওঁ দে। ডেকা কালত তোৰ নিচিনা বীৰক কচুকাটা দি কাটিছিলোঁ। চাচোন কাটোতে কাটোতে তৰোৱালখন কেনে ভোটা হৈ গৈছে।

১ম চিপাহী—তেন্তে ককাই অলপ একলীয়া হৈ আহ। ইয়াতে বহি অলপ জিৰাই তামোল-ছালি এখনকে খাওঁ।

২য় চিপাহী— বল তেন্তে। এই বয়সত আৰু মাৰা-মাৰি কাটা-কাটি ভাল নালাগা হল। কি কম সোণাই, মৰাৰ আগেয়ে ডাঙ্গৰ বাপাটোৰ বিয়াখন চাই যাওঁ বুলি মন কৰি-ছিলোঁ। মহাজনৰপৰা ধাৰ-ঋণ কৰি গা-ধনখিনি আনিলোঁ।

বিয়াৰ খাতা কৰোঁ বুলি কুৰ্ম্মা ঘৰলৈ যাত্ৰা কৰিব ধৰোতেই ৰজাৰ সাৰা গই লই আহিল।

১ম চিপাহী—এ ৰাম! নকৰি ককাই। মোৰ যে ঘৰ-ৰখীয়াজনী ন-মহীয়া। ঘৰত চোকোৰা এটিও নাই, সিফালে পথাৰৰ পকা ধান পথাৰতে যাব লাগিছে। ৰজাৰ সাৰাই মোক টানি আনা দিহে আনিছে।

২য় চিপাহী—ইয়াত এনেকৈ বেচি পৰ থাকিব নোৱাৰি। সেনাপতিয়ে দেখিলে বাঘঢাক্কা আৰু চামতাৰ কোব খাব লাগিব।

১ম চিপাহী—তেন্তে ককাই সৌ ওচৰৰ পৰ্ব্বতখনলৈকে চো। তাতে যি হয় ফল-ফকাৰ অলপ বিচাৰি লোৱা হওঁক।

২য় চিপাহী—এৰা বল; ইহঁতে যুদ্ধ কৰে মানে আমি ঘূৰিয়াৰি আহি পামহি।

[ দুইৰো প্ৰস্থান ]

[ নদাই আৰু বিৰহীৰ প্ৰবেশ ]

নদাই—হেৰ! ভালে ভালে ঘূৰি আহিবিনে আৰু পাটচেৰেক দিম?

বিৰহী—নাযাওঁ মই; নাখাওঁ তোৰ ভাত। এইদৰে হোৱাই নোহোৱাই কিলাবি! মোৰ পিঠিখন জানো শিল?

নদাই—মৰতি! যাবি কলৈ? দিন-কাল দেখা নাইনে?

বিৰহী—ৰজাৰ থাইত গোচৰ দিম; মাইথেৰ ঘৰক যাম।

নদাই— হেৰ চা সৌ দুটা চিপাহী। বোলো এই পৰ্ব্বতৰ দাঁতিতে লুকা, নহলে তুইকো ধ.ৰ নিব আজি।

দুয়ো লৰমাৰে। ]

[ টকৰু আৰু ভাৰীৰ প্ৰবেশ। ভাৰী থিয় দিয়ে। ]

টকৰু—হেৰ বৰমবধী ! আকৌ থিয় দিলি দেখোঁ ?

ভাৰী— আৰু নোৱাৰোঁ বাপু। দুই মুনীয়া মেটমৰা ভাৰ ! পেটত নাই ভাত ; আজি তিনদিন হল কানি আধান নিদিলা। ভোকত পেটৰ নাড়ী বাগৰা-বাগৰি লগাইছে। ফটুৰই ফাটৰ বিষত প্ৰাণ যায়।

টকৰু— ধাৰখোৱা এইদৰে বামুণৰ বিত হজম কৰিবি নে ? ল ভাৰ, উঠ।

ভাৰী— ডাঙ্গি এবাৰ কান্ধত লৈ চোৱা ; প্ৰমাণ পাবা, নোৱাৰো উঠিব।

টকৰু—দগাবাজ ! ইমানলৈকে পালিনে ? বোলো উঠিবিনে নুঠিবি ? [ ঢাকা মাৰে ]

ভাৰী— তোমাৰ ধাৰ খোৱা নাই বাপু, পেটৰ ভাত মুঠা ঈশ্বৰে য'তে ত'তে মিলাব।

টকৰু— ৰ বাছাধন ৰ। সৌ দুটা চিপাহী আহিছে, কুলী ধৰি লৈ যাব এতিয়া।

[ দুয়ো লৰমাৰে ]

---

বিয়াৰ খাতা কৰোঁ বুলি কুৰ্ম্মা ঘৰলৈ যাত্ৰা কৰিব ধৰোতেই ৰজাৰ সাৰা গই লই আহিল।

১ম চিপাহী—এ ৰাম! নকবি ককাই। মোৰ যে ঘৰ-ৰখীয়াজনী ন-মহীয়া। ঘৰত চোকোৰা এটিও নাই, সিফালে পথাৰৰ পকা ধান পথাৰতে যাব লাগিছে। ৰজাৰ সাৰাই মোক টানি আনা দিহে আনিছে।

২য় চিপাহী—ইয়াত এনেকৈ বেচি পৰ থাকিব নোৱাৰি। সেনাপতিয়ে দেখিলে বাঘঢাক্কা আৰু চামতাৰ কোব খাব লাগিব।

১ম চিপাহী—তেন্তে ককাই সৌ ওচৰৰ পৰ্ব্বতখনলৈকে চো! তাতে যি হয় ফল-ফকাৰ অলপ বিচাৰি লোৱা হওঁক।

২য় চিপাহী—এৰা বল; ইহঁতে যুদ্ধ কৰে মানে আমি ঘূৰিঘাৰি আহি পামহি।

[ দুইৰো প্ৰস্থান ]

[ নদাই আৰু বিৰহীৰ প্ৰবেশ ]

নদাই— হেৰ! ভালে ভালে ঘৃৰি আহিবিনে আৰু পাটচেৰেক দিম?

বিৰহী— নাযাওঁ মই; নাখাওঁ তোৰ ভাত। এইদৰে হোৱাই নোহোৱাই কিলাবি! মোৰ পিঠিখন জানো শিল?

নদাই— মৰতি! যাবি কলৈ? দিন-কাল দেখা নাইনে?

বিৰহী— ৰজাৰ থাইত গোচৰ দিম; মাইথেৰ ঘৰক যাম।

নদাই— হেৰ চা সৌ দুটা চিপাহী। বোলো এই পৰ্ব্ব-তৰ দাঁতিতে লুকা, নহলে দুইকো ধৰি নিব আজি।

দুয়ো লৰমাৰে। ]

[ টকৰু আৰু ভাৰীৰ প্ৰবেশ। ভাৰী থিয় দিয়ে। ]

টকৰু—হেৰ বৰমবধী! আকৌ থিয় দিলি দেখোঁ ?

ভাৰী— আৰু নোৱাৰোঁ বাপু। দুই মুনীয়া মেটমৰা ভাৰ! পেটত নাই ভাত; আজি তিনদিন হল কানি আধান নিদিলা। ভোকত পেটৰ নাড়ী বাগৰা-বাগৰি লগাইছে। ফটু-ৱই ফাটৰ বিষত প্ৰাণ যায়।

টকৰু— ধাৰখোৱা এইদৰে বামুণৰ বিত হজম কৰিবি নে? ল ভাৰ, উঠ।

ভাৰী— ডাঙ্গি এবাৰ কান্ধত লৈ চোৱা; প্ৰমাণ পাবা, নোৱাৰো উঠিব।

টকৰু—দগাবাজ! ইমানলৈকে পালিনে? বোলো উঠি-বিনে নুঠিবি? [ ঢাকা মাৰে ]

ভাৰী— তোমাৰ ধাৰ খোৱা নাই বাপু, পেটৰ ভাত মূঠা ঈশ্বৰে য'তে ত'তে মিলাব।

টকৰু— ৰ বাছাধন ৰ। সৌ দুটা চিপাহী আহিছে, কুলী ধৰি লৈ যাব এতিয়া।

[ দুয়ো লৰমাৰে ]

———

# পঞ্চম গৰ্ভাঙ্ক ।

## কৌৰৱৰ ছাউনী।

দুৰ্য্যোধন, দ্ৰোণ, কৰ্ণ, জয়দ্ৰথ আৰু শকুনি

দুৰ্য্যোধন— উঃ! কি পৰিতাপ! আজি চৈদ্ধ দিন পাণ্ডৱৰ লগত যুদ্ধ কৰি এজন সেনাপতিও মাৰিব নোৱাৰিলোঁ। এই যুদ্ধত জয় লাভৰ আশা নিশাৰ সপোন তুল্য! দ্ৰোণাচাৰ্য্য পাণ্ডৱৰ শিক্ষা গুৰু! তথাপি চাৰিদিন যুদ্ধ কৰিও এজন ডাঙ্গৰ বীৰ হানি কৰিব নোৱাৰিলে। গুৰুদেৱ! ইমান দিনে পাণ্ডৱৰ এজনো সেনাপতি যে মৰা নপৰিল তাৰ অৰ্থ মই একো বুজিব পৰা নাই। বোধ হয় আপোনালোকে মোক মুখেৰেহে মৰম দেখুৱায়; আন্তৰিক স্নেহ সমূলি নাই। আপোনালোকৰ এইহে ধৰ্ম্ম!

শকুনি—[ একলীয়াকৈ ] বামুণৰ নো ধৰ্ম্ম-কৰ্ম্ম কি! জহা চাউল মালভোগ কল আৰু মধুপৰ্ক হলেই সন্তুষ্ট। তে[illegible] যে পেটেৰে আমাৰ ফলীয়া হব এনে কথা মনতো ঠাই দিব নোৱাৰি। আজি চাৰি দিনৰ যুদ্ধই তাৰ সাক্ষী। পাণ্ডৱে গোৱালৰ লৰাৰ সহায়তে নিতৌ ৰণত জিকে। আমাৰ ইমান ডাঙ্গৰ ডাঙ্গৰ সেনাপতি থকাতো এদিনলৈ জয় হোৱা নাই। ইয়াৰ নো কাৰণ কি? এওঁলোক ভিতৰি পাণ্ডৱৰ ফলীয়া। পিতামহ ভীষ্ম আৰু গুৰু দ্ৰোণ দুয়ো পাণ্ডৱৰ পক্ষপাতী। পাণ্ডৱলৈ তেওঁলোকৰ প্ৰগাঢ় স্নেহ; এনে স্থলত আমাৰ জয় হব কেনেকৈ?

কর্ণ—মহাৰাজ ! দ্ৰোণ একেবাৰে বৃদ্ধ। ভাল শিক্ষা আছে গুণেহে ইমানকে ঠাৰৰিছে। তদুপৰি পাণ্ডৱলৈ তেওঁৰ প্ৰগাঢ় স্নেহ। মহাৰাজৰ আজ্ঞা হলে মই এতিয়াই গাণ্ডীব ধনু আৰু বানৰধ্বজ খণ্ড খণ্ডকৈ কাটি গাণ্ডীবীৰ দৰ্প চূৰ্ণ কৰিম। ভীমৰ গদা তিল তিলকৈ কাটি সিংহনাদৰ মূৰতে বজ্ৰাঘাত কৰিম। যুধিষ্ঠিৰ, নকুল আৰু সহদেৱক নাগপাশেৰে বান্ধি আনি মহাৰাজৰ অভীষ্ট সিদ্ধি কৰিম, গুৰুৰ সাক্ষাতে ভাম অৰ্জ্জুনৰ মূৰ কাটি মহাৰাজৰ ভয়ৰ কাৰণ দূৰ কৰিম ; কাৰ সাধ্য কৰ্ণবীৰৰ হাতৰপৰা পাণ্ডৱক ৰক্ষা কৰে ? উঃ ! অঙ্গনাথৰ সাক্ষাতে ইমান সৈন্য ক্ষয় ! এই লাঞ্ছনা এই বিড়ম্বনা আৰু সহ্য হয় নে ? কৰ্ণই নিশ্চয় তেওঁৰ প্ৰতিজ্ঞা পালন কৰিব। পূবৰ সূৰ্য্য পশ্চিমে উদয় হলেও তেওঁৰ প্ৰতিজ্ঞা লৰিব নোৱাৰে।

দ্ৰোণ—ৰাধাসুত কৰ্ণ! তই প্ৰলাপ নবকিবি। তই পাঁচ পাণ্ডৱৰ কোন জনক যুদ্ধত পৰাস্ত কৰিছিলি ? কোন যুদ্ধৰ ফলত অঙ্গদেশৰ ৰাজ্য পাই তোৰ ইমান দৰ্প ? ই তোৰ পাশা খেল নহয়। যি কৌশলৰ বলত ৰাজ-সভাতে যুধিষ্ঠিৰ আদি পাঁচ ভাই, যাজ্ঞসেনী আৰু হস্তিনাৰ ৰাজ্য জিনিছিলি সেই কৌশল ইয়াত নাখাটে। দ্ৰোপদীৰ স্বয়ম্বৰত লক্ষ ৰজাৰে লগলাগি যি বীৰত্ব প্ৰকাশ কৰিছিলি তাক স্বচক্ষে দেখিছোঁ। উত্তৰ গোগ্ৰহত আৰু চিত্ৰসেন গন্ধৰ্ব্বৰ ৰণত তোৰ প্ৰতাপ বুজা হৈছে। তোৰ কি সাধ্য যে ভীম বা অৰ্জ্জুনৰ

লোম এডাল হানি কৰ। এতিয়াও তেওঁলোক দ্ৰোণৰ শিষ্য ভীম বা অৰ্জ্জুন হৈয়ে আছে বুলি ভাবিছনে ? কত ঠাইত কত অস্ত্ৰ-শস্ত্ৰ লাভ কৰি শতগুণে তেজিয়ান হৈছে বুলি নাজাননে ? দেৱতাৰ অভেদ্য গাণ্ডীৱ ধনু কাটিবলৈ তোৰ শক্তি নাই। যি অৰ্জ্জুনে খাণ্ডৱ দাহৰ সময়ত অকলৈ দেৱা-সুৰক পৰাস্ত কৰি অগ্নিৰ মনোবাঞ্ছা পূৰ্ণ কৰিলে, যাৰ প্ৰতাপত দেৱৰ অজেয় নিবাতকৱচ আদি দৈত্য তুলা উৰা দি উৰিল, যি অৰ্জ্জুনে বাহুযুদ্ধত শঙ্কৰক পৰাস্ত কৰি পাশু-পাত অস্ত্ৰ লাভ কৰিলে, যি অকলৈ যদুবলক পৰাস্ত কৰি সুভদ্ৰা লাভ কৰিলে, সেই অৰ্জ্জুনৰ মূৰ কাটিবলৈ কৰা প্ৰতিজ্ঞাই তোৰ ধৃষ্টতা মাথোন প্ৰকাশ কৰিছে। যি ভীমৰ প্ৰতাপত যক্ষ, ৰক্ষ, কিন্নৰ, ৰাক্ষস, কম্পমান, যাৰ যুদ্ধত জৰাসন্ধ হেন বাৰে প্ৰাণ এৰিলে, যাৰ ৰণত যম, কুবেৰে ভয় খায়, যাৰ গদাৰ কোবে ইন্দ্ৰৰ বজ্ৰৰ প্ৰহাৰকো চেৰ পেলায়, যি ভীমে আজিলৈকে কোনো ৰণত ভঙ্গ দিয়া নাই, সেই ভীমক ইমান তাচ্ছিল্য ! তোৰ নিচিনা মূৰ্খ আৰু অবোধ কোন আছে ? তই চাটু কথাৰে মহাৰাজৰ মন ভুলাইছ মাথোন। তোৰ কূটনীতিৰপৰাই এই আত্ম-কলহ উপ-স্থিত হৈছে। দুৰ্য্যোধনে যুধিষ্ঠিৰৰ লগত সন্ধি কৰা হলে এই প্ৰলয়জনক যুদ্ধ আৰম্ভ হবলৈ নাপায়। ভীষ্মদেৱে শৰশয্যাত পৰি প্ৰাণ এৰিব নালাগিল হয়। তয়েই যত অনৰ্থৰ মূল। মহাৰাজ ! আপুনি কেতিয়াও নাভাবিব যে মই আপোনাতকৈ পাণ্ডৱক

বেচি মৰম কৰোঁ ? মই আজি আপোনাৰ আগত প্ৰতিজ্ঞা কৰিলোঁ যে কালি ৰণত পাণ্ডৱৰ একজন সেনাপতি নিশ্চয় বধ কৰিম। তাৰ কেতিয়াও অন্যথা হব নোৱাৰে।

শকুনি—(এফলীয়াকৈ) বামুণৰ প্ৰতিজ্ঞা আৰু বীৰত্ব কেৱল মহাৰাজক প্ৰবোধ দিয়াহে ; কাজত একো নাই। মধুপৰ্ক খালেই পাহৰিব। কৰবাত বিয়া বা শৰাধৰ কথা শুনিলেতো প্ৰতিজ্ঞাৰ ফালে পতং। প্ৰতিজ্ঞাৰ বাহাদুৰী চোৱা। "কালি পাণ্ডৱৰ একজন সেনাপতিক নিশ্চয় বধ কৰিম" কোনজন সেনাপতিকনো বধ কৰিব খুজিছে, তাকেহে ভাবি পোৱা নহল। হয় 'কলাচিং' নহয় 'খোৰাচিং' দুজনৰ এজ-নক। নহলেনো আৰু কাক ? বামুণৰ বল বীৰ্য্য সিমানেই হে। "কালি অৰ্জ্জুনক বধ কৰিম" নুবুলিলে ভাগ্যে ; বামুণৰ সেইফেৰা জ্ঞান আছে। যেনে গুৰু তেনে শিষ্য। এনেকুৱা সেনাপতি আৰু দুজনমান হলে আমাৰ ফালে আধ্যা। বিৰি-ণাৰ কাঁড় লৈহে ৰণ কৰিবৰ পাল পৰিব। কি হব। বামুণ মধুপৰ্ক বিচাৰি এফালে গলেও ভাল আছিল।

কৰ্ণ—প্ৰতিজ্ঞাৰ বাহাদুৰি আছে সঁচা। "কালি যুদ্ধত একজন সেনাপতিক নিশ্চয় বধ কৰিম !" কৰ্ণ বীৰে কিন্তু কালি অৰ্জ্জুনক নিশ্চয় বধ কৰিম, বুলি উঠিল হেতেন। যাৰ যেনে বল তাৰ তেনে প্ৰতিজ্ঞা। উঃ ! কোন সতে মহাৰাজৰ ইমানবোৰ অমঙ্গল চাই থাকোঁ। এতিয়ানো উপায় কি ? হায় ! কৰ্ণ ! আজি তুমি জীয়াই থাকিও মৰা। আজি

লোম এডাল হানি কৰ। এতিয়াও তেওঁলোক দ্ৰোণৰ শিষ্য ভীম বা অৰ্জ্জুন হৈয়ে আছে বুলি ভাবিছনে ? কত ঠাইত কত অস্ত্ৰ-শস্ত্ৰ লাভ কৰি শতগুণে তেজিয়ান হৈছে বুলি নাজাননে ? দেৱতাৰ অভেদ্য গাণ্ডীৱ ধনু কাটিবলৈ তোৰ শক্তি নাই। যি অৰ্জ্জুনে খাণ্ডৱ দাহৰ সময়ত অকলৈ দেৱাসুৰক পৰাস্ত কৰি অগ্নিৰ মনোবাঞ্ছা পূৰ্ণ কৰিলে, যাৰ প্ৰতাপত দেৱৰ অজেয় নিবাতকৱচ আদি দৈত্য তুলা উৰা দি উৰিল, যি অৰ্জ্জুনে বাহুযুদ্ধত শঙ্কৰক পৰাস্ত কৰি পাশুপাত অস্ত্ৰ লাভ কৰিলে, যি অকলৈ যদুবলক পৰাস্ত কৰি সুভদ্ৰা লাভ কৰিলে, সেই অৰ্জ্জুনৰ মূৰ কাটিবলৈ কৰা প্ৰতিজ্ঞাই তোৰ ধৃষ্টতা মাথোন প্ৰকাশ কৰিছে। যি ভীমৰ প্ৰতাপত যক্ষ, ৰক্ষ, কিন্নৰ, ৰাক্ষস, কম্পমান, যাৰ যুদ্ধত জৰাসন্ধ হেন বীৰে প্ৰাণ এৰিলে, যাৰ ৰণত যম, কুবেৰে ভয় খায়, যাৰ গদাৰ কোবে ইন্দ্ৰৰ বজ্ৰৰ প্ৰহাৰকো চেৰ পেলায়, যি ভীমে আজিলৈকে কোনো ৰণত ভঙ্গ দিয়া নাই, সেই ভীমক ইমান তাচ্ছিল্য ! তোৰ নিচিনা মূৰ্খ আৰু অবোধ কোন আছে ? তই চাটু কথাৰে মহাৰাজৰ মন ভুলাইছ মাথোন। তোৰ কূটনীতিৰপৰাই এই আত্ম-কলহ উপস্থিত হৈছে। দুৰ্য্যোধনে যুধিষ্ঠিৰৰ লগত সন্ধি কৰা হলে এই প্ৰলয়জনক যুদ্ধ আৰম্ভ হবলৈ নাপায়। ভীষ্মদেৱে শৰশয্যাত পৰি প্ৰাণ এৰিব নালাগিল হয়। তয়েই যত অনৰ্থৰ মূল। মহাৰাজ ! আপুনি কেতিয়াও নাভাবিব যে মই আপোনাতকৈ পাণ্ডৱক

বেচি মৰম কৰোঁ ?  মই আজি আপোনাৰ আগত প্ৰতিজ্ঞা কৰিলোঁ যে কালি ৰণত পাণ্ডৱৰ এজন সেনাপতি নিশ্চয় বধ কৰিম ।  তাৰ কেতিয়াও অন্যথা হব নোৱাৰে ।

শকুনি—(এফলীয়াকৈ) বামুণৰ প্ৰতিজ্ঞা আৰু বীৰত্ব কেৱল মহাৰাজক প্ৰবোধ দিয়াহে ; কাজত একো নাই ।  মধুপৰ্ক খালেই পাহৰিব ।  কৰবাত বিয়া বা শৰাধৰ কথা শুনিলেতো প্ৰতিজ্ঞাৰ ফালে পতং ।  প্ৰতিজ্ঞাৰ বাহাদুৰী চোৱা । "কালি পাণ্ডৱৰ এজন সেনাপতিক নিশ্চয় বধ কৰিম " কোনজন সেনাপতিকনো বধ কৰিব খুজিছে, তাকেহে ভাবি পোৱা নহল ।  হয় 'কলাচিং' নহয় 'খোৰাচিং' দুজনৰ এজ-নক ।  নহলেনো আৰু কাক ?  বামুণৰ বল বীৰ্য্য সিমানেই হে ।  "কালি অৰ্জ্জুনক বধ কৰিম" নুবুলিলে ভাগ্যে ; বামুণৰ সেইফেৰা জ্ঞান আছে ।  যেনে গুৰু তেনে শিষ্য ।  এনেকুৱা সেনাপতি আৰু দুজনমান হলে আমাৰ ফালে আধ্যা ।  বিৰি-ণাৰ কাঁড় লৈহে ৰণ কৰিবৰ পাল পৰিব ।  কি হব ।  বামুণ মধুপৰ্ক বিচাৰি এফালে গলেও ভাল আছিল ।

কৰ্ণ—প্ৰতিজ্ঞাৰ বাহাদুৰি আছে সঁচা ।  "কালি যুদ্ধত এজন সেনাপতিক নিশ্চয় বধ কৰিম !" কৰ্ণ বীৰে কিন্তু কালি অৰ্জ্জুনক নিশ্চয় বধ কৰিম, বুলি উঠিল হেতেন ।  যাৰ যেনে বল তাৰ তেনে প্ৰতিজ্ঞা ।  উঃ !  কোন সতে মহাৰাজৰ ইমানবোৰ অমঙ্গল চাই থাকোঁ ।  এতিয়ানো উপায় কি ? হায় !  কৰ্ণ !  আজি তুমি জীয়াই থাকিও মৰা ।  আজি

তোমাৰ আগতে তোমাৰ প্ৰিয়বন্ধু দুৰ্য্যোধনৰ ইমান অপমান! ইয়াতকৈ আৰু কিবা লাজ আছেনে ?

দ্ৰোণ—দুৰাচাৰ কৰ্ণ ! তোৰ চাটু কথাৰ আৰু প্ৰয়োজন নাই। দ্ৰোণৰ যুদ্ধ কৌশল তোৰ সামান্য বুদ্ধিয়ে কি বুজিব ? তই ভাবিছ যে যেই সেই সামান্য সেনাপতি এজন মাৰিয়েই মই ক্ষান্ত থকিম ? কেতিয়াও নহয়। সেনাপতিৰ কথাকে নকওঁ, যদি অৰ্জ্জুন নাথাকে তেন্তে কালিৰ ৰণত ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰক নিশ্চয় বন্দী কৰিম। যদি নোৱাৰোঁ তেন্তে মই সেনাপতিও মিছা আৰু পাণ্ডৱৰ অস্ত্ৰ-গুৰুও মিছা।

দুৰ্যোধন—গুৰুদেৱ ! খঙ্গ নকৰিব। যুদ্ধৰ সময়ত আত্ম-কলহ বিপদৰ সূচনা মাত্ৰ। কৰ্ণৰ কথাত অসন্তোষ কৰিবৰ কোনো কাৰণ নাই। মোৰ দৰে তেওঁ আপোনাৰ ওচৰত ৰোষ কৰিছে মাথোন। আমাৰনো আৰু আছে কোন ? আপুনি পিতা ; আমি আপোনাৰ পুত্ৰ। আপুনিয়েই যদি আমাৰ ওপৰত কুৰ্ষাৰি হয় তেন্তে আমাৰ উপায় কি ? অনুগ্ৰহ কৰি আমাৰ অপৰাধ মাৰ্জ্জনা কৰক আৰু কালিৰ ৰণৰ বিষয় কি স্থিৰ কৰিছে, ভাঙ্গ কওক। শুনিলে বোধ হয় মনৰ অশান্তি দূৰ হব।

দ্ৰোণ—মহাৰাজ ! আপুনি চিন্তা নকৰিব। উত্তৰ ফালে ত্ৰিগৰ্ত্তৰাজ আৰু নাৰায়ণী সৈন্যে অৰ্জ্জুনৰ লগত যুদ্ধ কৰিব। ইফালে মই দেৱৰ অভেদ্য চক্ৰবেহু সাজি পাণ্ডৱক পৰাজয় কৰিম আৰু যুধিষ্ঠিৰক বন্দী কৰিম ; আপুনি নিশ্চয় জানিব, এইবাৰ আমাৰ মনোবাঞ্ছা পূৰ্ণ হব।

দুৰ্যোধন—গুৰুদেৱ ! চক্ৰবেহুৰ সবিশেষ বৰ্ণনা শুনিবলৈ বৰ আগ্ৰহ হল ।

দ্ৰোণ—মহাৰাজ ! এনে আচৰিত বেহু কৰিম যে আপুনি দেখিয়েই ভয় খাব । মন্ত্ৰপূত কৰি চাৰিওফালে নানা বিধ অস্ত্ৰ-শস্ত্ৰ ৰখীয়া থম । জয়দ্ৰথে হাতী, ঘোঁৰা, অশ্বাৰোহী আৰু পদাতি সৈন্যৰে বেহুৰ দুৱাৰ ৰাখিব । তাৰ পাচতে মই । মোৰ সোঁ আৰু বাঁও ফালে অশ্বত্থামা আৰু কৰ্ণ থাকিব । তাৰ পাচতে মহাৰথীবিলাকেৰে আপুনি আৰু আপোনাৰ শত ভাই থাকিব । সব শেহত শল্য, কৃপ আৰু ভগদত্ত থাকিব । এওঁবিলাকৰ প্ৰত্যেকেই মহা পৰাক্ৰমী । ৰণত কেতিয়াও পৰাস্ত নহয় । অৰ্জ্জুনৰ বাহিৰে এই বেহুভেদ কৰিবৰ কাৰো শক্তি নাই । সেইদেখি ছল কৰি তেওঁক অন্তৰ কৰিবৰ বন্দবস্ত কৰা হল ।

দুৰ্যোধন—গুৰু ! আপুনি ধন্য ! আপোনাৰ ষড়যন্ত্ৰৰ পৰাই বুজিলোঁ যে মোৰ প্ৰতি আপোনাৰ স্নেহ অতল । আপোনাৰ প্ৰসাদত ইমান দিনৰ মূৰত জগত নিষ্পাণ্ডৱা আৰু দুৰ্য্যোধন নিষ্কণ্টক হবৰ আশা দেখা গৈছে । (জয়দ্ৰথলৈ চাই) বীৰবৰ ! মই আশাকৰোঁ তুমি পাণ্ডৱক পৰাস্ত কৰি বেহুৰ দুৱাৰ ৰক্ষা কৰিবা ।

জয়দ্ৰথ—মহাৰাজৰ আজ্ঞা শিৰোধাৰ্য্য । জয়দ্ৰথৰ দেহত প্ৰাণ থাকোঁতে পাণ্ডৱে বেহুৰ ভিতৰলৈ সোমাব নোৱাৰে ।

শকুনি—( এফলীয়াকৈ ) বিটলীয়াৰ মোহিনী শক্তি কম

তোমাৰ আগতে তোমাৰ প্ৰিয়বন্ধু দুৰ্য্যোধনৰ ইমান অপমান! ইয়াতকৈ আৰু কিবা লাজ আছেনে ?

দ্ৰোণ—দুৰাচাৰ কৰ্ণ ! তোৰ চাটু কথাৰ আৰু প্ৰয়োজন নাই। দ্ৰোণৰ যুদ্ধ কৌশল তোৰ সামান্য বুদ্ধিয়ে কি বুজিব ? তই ভাবিছ যে যেই সেই সামান্য সেনাপতি এজন মাৰিয়েই মই ক্ষান্ত থকিম ? কেতিয়াও নহয়। সেনাপতিৰ কথাকে নকওঁ, যদি অৰ্জ্জুন নাথাকে তেন্তে কালিৰ ৰণত ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰক নিশ্চয় বন্দী কৰিম। যদি নোৱাৰোঁ তেন্তে মই সেনাপতিও মিছা আৰু পাণ্ডৱৰ অস্ত্ৰ-গুৰুও মিছা।

দুৰ্যোধন—গুৰুদেৱ ! খঙ্গ নকৰিব। যুদ্ধৰ সময়ত আত্ম-কলহ বিপদৰ সূচনা মাত্ৰ। কৰ্ণৰ কথাত অসন্তোষ কৰিবৰ কোনো কাৰণ নাই। মোৰ দৰে তেওঁ আপোনাৰ ওচৰত ৰোহ কৰিছে মাথোন। আমাৰনো আৰু আছে কোন ? আপুনি পিতা ; আমি আপোনাৰ পুত্ৰ। আপুনিয়েই যদি আমাৰ ওপৰত কুষাৰি হয় তেন্তে আমাৰ উপায় কি ? অনুগ্ৰহ কৰি আমাৰ অপৰাধ মাৰ্জ্জনা কৰক আৰু কালিৰ ৰণৰ বিষয় কি স্থিৰ কৰিছে, ভাঙ্গ কওক। শুনিলে বোধ হয় মনৰ অশান্তি দূৰ হব।

দ্ৰোণ—মহাৰাজ ! আপুনি চিন্তা নকৰিব। উত্তৰ ফালে ত্ৰিগৰ্ত্তৰাজ আৰু নাৰায়ণী সৈন্যে অৰ্জ্জুনৰ লগত যুদ্ধ কৰিব। ইফালে মই দেৱৰ অভেদ্য চক্ৰবেহু সাজি পাণ্ডৱক পৰাজয় কৰিম আৰু যুধিষ্ঠিৰক বন্দী কৰিম ; আপুনি নিশ্চয় জানিব, এইবাৰ আমাৰ মনোবাঞ্ছা পূৰ্ণ হব।

দুৰ্যোধন—গুৰুদেৱ ! চক্ৰবেহুৰ সবিশেষ বৰ্ণনা শুনিবলৈ বৰ আগ্ৰহ হল ।

দ্ৰোণ—মহাৰাজ ! এনে আচৰিত বেহু কৰিম যে আপুনি দেখিয়েই ভয় খাব । মন্ত্ৰপূত কৰি চাৰিওফালে নানা বিধ অস্ত্ৰ-শস্ত্ৰ ৰখীয়া থম । জয়দ্ৰথে হাতী, ঘোঁৰা, অশ্বাৰোহী আৰু পদাতি সৈন্যৰে বেহুৰ দুৱাৰ ৰাখিব । তাৰ পাচতে মই । মোৰ সোঁ আৰু বাঁও ফালে অশ্বত্থামা আৰু কৰ্ণ থাকিব । তাৰ পাচতে মহাৰথীবিলাকেৰে আপুনি আৰু আপোনাৰ শত ভাই থাকিব । সব শেহত শল্য, কৃপ আৰু ভগদত্ত থাকিব । এওঁবিলাকৰ প্ৰত্যেকেই মহা পৰাক্ৰমী । ৰণত কেতিয়াও পৰাস্ত নহয় । অৰ্জ্জুনৰ বাহিৰে এই বেহু-ভেদ কৰিবৰ কাৰো শক্তি নাই । সেইদেখি ছল কৰি তেওঁক অন্তৰ কৰিবৰ বন্দবস্ত কৰা হল ।

দুৰ্যোধন—গুৰু ! আপুনি ধন্য ! আপোনাৰ ষড়যন্ত্ৰৰ পৰাই বুজিলোঁ যে মোৰ প্ৰতি আপোনাৰ স্নেহ অতল । আপোনাৰ প্ৰসাদত ইমান দিনৰ মূৰত জগত নিষ্পাণ্ডৱা আৰু দুৰ্য্যোধন নিষ্কণ্টক হবৰ আশা দেখা গৈছে । (জয়দ্ৰথলৈ চাই) বীৰবৰ ! মই আশাকৰোঁ তুমি পাণ্ডৱক পৰাস্ত কৰি বেহুৰ দুৱাৰ ৰক্ষা কৰিবা ।

জয়দ্ৰথ—মহাৰাজৰ আজ্ঞা শিৰোধাৰ্য্য । জয়দ্ৰথৰ দেহত প্ৰাণ থাকোঁতে পাণ্ডৱে বেহুৰ ভিতৰলৈ সোমাব নোৱাৰে ।

শকুনি—( এফলীয়াকৈ ) বিটলীয়াৰ মোহিনী শক্তি কম

নহয়। সি যিহকে কৈছে দুৰ্য্যোধন তাতে ভোল গৈছে। ই কি আচৰিত। জয়দ্ৰথ সকলো সেনাপতিতকৈ দুৰ্ব্বল। সেই জয়দ্ৰথে বেহুৰ দুৱাৰ ৰাখিব! নহয়নো কি আকো? বামুণৰ বুধিনো কিমান? কথাতে কয় বোলে "অজা যুদ্ধে ঋষি শ্ৰাদ্ধে, প্ৰভাতে মেঘ ডম্বৰু; দম্পতি কলহশ্চৈব বহ্বাৰম্ভে লঘু ক্ৰিয়া" ছাগলৰ যেনে যুদ্ধাড়ম্বৰ বেছি, কাজত কেৱল "ঠুকুচ্" "ঠুকুচ্" মাত্ৰ সাৰ, ঋষি ব্ৰাহ্মণৰ হোম, শৰাধত কুশ-ধূপ, ফল-মূলৰ আয়োজন বেছি, কাজত কেৱল "ধান নাইকিয়া সুদা চাং," ৰাতি পুৱাৰ মেঘৰ যেনে তৰ্জ্জন গৰ্জ্জন মাত্ৰ সাৰ পানীৰ ফালে ফট্ ফট্; এওঁৰো সিহঁতৰ লগৰে এজন হব পায়। আগ ফালে দেখো বান্ধি ছাটি টান কৰিলে, গুৰিৰ পিনে হেনেই মুকলি। আহা! বামুণৰ বুদ্ধি! নহবনো কিয়? মধুপৰ্ক ফুটি মূৰেদি ওলাল, তাৰ লগতে বুদ্ধিফেৰাও।

কৰ্ণ—যাৰ যেনে বল বীৰ্য্য তাৰ তেনে মন্ত্ৰণা। দুৰ্য্যোধনক ভুৱা দিয়াটো বৰ টান নহয়; কিন্তু কৰ্ণৰ ঠাইত সেই ফাকি নাখাটে; জয়দ্ৰথ সকলো সেনাপতিতকৈ নীহ; তাক পাতিলে দুৱৰি! কি সাধ্য, সি ভীমক বাধা দিব। কৃপ, অশ্বত্থামা, কৰ্ণবীৰ বৰ্ত্তমান থাকোঁতে এওঁৰ চকু জয়দ্ৰথৰ ওপৰতহে পৰিল। নহলেনো আমাৰ পৰাজয় হব কেনেকৈ? হায়! হায়! কি দুৰাদৃষ্ট! পাণ্ডৱ! তোমালোকৰ কপাল ভাল। নহলে ইমান দিন কৰ্ণৰ হাতত জীৱাই নাথাকা।

উঃ ! কি লাঞ্ছনা ? ইয়াতকৈ মৃত্যু শতগুণে শ্রেয়ঃ। হায়ঃ কি কুক্ষণত এই কুরুক্ষেত্রলৈ যাত্রা কৰিছিলোঁ।

দুৰ্য্যোধন—হয়তো ! কর্ণৰ কথাষাৰ ভাবি চাবলগীয়া। জয়দ্ৰথে দুৱাৰ ৰখা টান হব যেন দেখিছোঁ; ভীম বা সাত্যকীক বাধা দিয়াটো বৰ অসম্ভব যেন লাগে। গুৰুদেৱ ! আপুনি কি বিবেচনা কৰে ? মোৰ মনেৰে জয়দ্ৰথ দুৱাৰ ৰাখিবৰ উপযুক্ত নহয়।

দ্ৰোণ—ৰাধাসুত ! তোৰ নিচিনা মুৰ্থ আৰু দ্বিতীয় নাই। মোৰ ষড়যন্ত্ৰ তই কি বুজিবি। মহাৰাজ আপুনি কোনো সন্দেহ নকৰিব। মোৰ কথাৰ প্ৰমাণ চাওক। জয়দ্ৰথৰ বলৰ পৰিচয় পাছেহে পাব। এতিয়া এইবোৰ এৰক। ব'লক, আগেয়ে আপোনাৰ শত্ৰু পৰাজয় কৰোঁগৈহঁক।

দুৰ্য্যোধন—বাৰু ; আপোনাৰ মতেই আমাৰ মত। ব'লক, সোনকালে যাত্ৰা কৰোঁহঁক।

( সকলোৰে প্ৰস্থান )

---

নহয় । সি যিহকে কৈছে দুৰ্য্যোধন তাতে ভোল গৈছে । ই কি আচৰিত । জয়দ্ৰথ সকলো সেনাপতিতকৈ দুৰ্ব্বল : সেই জয়দ্ৰথে বেহুৰ দুৱাৰ ৰাখিব ! নহয়নো কি আকো ? বামুণৰ বুধিনো কিমান ? কথাতে কয় বোলে "অজা যুদ্ধে ঋষি শ্ৰাদ্ধে, প্ৰভাতে মেঘ ডম্বৰে ; দম্পতি কলহশ্চৈব বহ্বাৰম্ভে লঘু ক্ৰিয়া" ছাগলৰ যেনে যুদ্ধাড়ম্বৰ বেছি, কাজত কেৱল "ঠুকুচ্" "ঠুকুচ্" মাত্ৰ সাৰ, ঋষি ব্ৰাহ্মণৰ হোম, শৰাধত কুশ-ধূপ, ফল-মূলৰ আয়োজন বেছি, কাজত কেৱল "ধান নাইকিয়া সুদা চাং," ৰাতি পুৱাৰ মেঘৰ যেনে তৰ্জ্জন গৰ্জ্জন মাত্ৰ সাৰ পানীৰ কালে ফট্ ফট্ ; এওঁৰো সিহঁতৰ লগৰে এজন হব পায় । আগ কালে দেখো বাঙ্কি ছাটি টান কৰিলে, গুৰিৰ পিনে তেনেই মুকলি । আহা ! বামুণৰ বুদ্ধি ! নহবনো কিয় ? মধুপৰ্ক ফুটি মুৰেদি ওলাল, তাৰ লগতে বুদ্ধিফেৰাও ।

কৰ্ণ—যাৰ যেনে বল বীৰ্য্য তাৰ তেনে মন্ত্ৰণা । দুৰ্য্যোধনক ভুৱা দিয়াটো বৰ টান নহয় ; কিন্তু কৰ্ণৰ ঠাইত সেই ফাকি নাখাটে ; জয়দ্ৰথ সকলো সেনাপতিতকৈ নীহ ; তাক পাতিলে দুৱৰি ! কি সাধ্য, সি ভীমক বাধা দিব । কৃপ, অশ্বত্থামা, কৰ্ণবীৰ বৰ্ত্তমান থাকোঁতে এওঁৰ চকু জয়দ্ৰথৰ ওপৰতহে পৰিল । নহলেনো আমাৰ পৰাজয় হব কেনেকৈ ? হায় ! হায় ! কি দুৰাদৃষ্ট ! পাণ্ডৱ ! তোমালোকৰ কপাল ভাল । নহলে ইমান দিন কৰ্ণৰ হাতত জীৱাই নাথাকা ।

উঃ ! কি লাঞ্ছনা ? ইয়াতকৈ মৃত্যু শতগুণে শ্ৰেয়ঃ। হায়ঃ কি কুক্ষণত এই কুৰুক্ষেত্ৰলৈ যাত্ৰা কৰিছিলোঁ।

দুৰ্য্যোধন—হয়তো ! কৰ্ণৰ কথাষাৰ ভাবি চাবলগীয়া। জয়দ্ৰথে দুৱাৰ ৰখা টান হব যেন দেখিছোঁ। ভীম বা সাত্যকীক বাধা দিয়াটো বৰ অসম্ভৱ যেন লাগে। গুৰুদেৱ ! আপুনি কি বিবেচনা কৰে ? মোৰ মনেৰে জয়দ্ৰথ দুৱাৰ ৰাখিবৰ উপযুক্ত নহয়।

দ্ৰোণ—ৰাধাসুত ! তোৰ নিচিনা মুৰ্খ আৰু দ্বিতীয় নাই। মোৰ ষড়যন্ত্ৰ তই কি বুজিবি। মহাৰাজ আপুনি কোনো সন্দেহ নকৰিব। মোৰ কথাৰ প্ৰমাণ চাওক। জয়দ্ৰথৰ বলৰ পৰিচয় পাছেহে পাব। এতিয়া এইবোৰ এৰক। ব'লক, আগেয়ে আপোনাৰ শত্ৰু পৰাজয় কৰোঁগৈহঁক।

দুৰ্য্যোধন—বাৰু ; আপোনাৰ মতেই আমাৰ মত। ব'লক, সোনকালে যাত্ৰা কৰোঁহঁক।

( সকলোৰে প্ৰস্থান )

———

# দ্বিতীয় অঙ্ক।

## প্ৰথম গৰ্ভাঙ্ক।

অভিমন্যুৰ কক্ষ।

অভিমন্যু বহি চবি আঁকে।

অভিমন্যু—এ চবিখন বৰ ভাল নহল। পিতামহ পৰ্ব্বৰ দিনা শৰশয্যাখন মই নিজ চকুৰে দেখিছোঁ। আহা! এনে অপৰূপ, এনে বিতোপন শয্যা! পিতাৰ কি আশ্চৰ্য্য অস্ত্ৰ শিক্ষা! ( চবি ফালি পেলায় আৰু নতুনকৈ আঁকিবলৈ ধৰে )

উত্তৰাৰ প্ৰবেশ—

উত্তৰা—( মনে মনে পাচফালৰপৰা অভিৰ চকুত ধৰে ) কওঁকচোন বাৰু মই কোন?

অভি—[ খপিয়াই চাই ] তুমি মোৰ কাচনমতি; অইন কোনো নহয়; মই বঢ়িয়াকৈ জানিছোঁ।

উত্তৰা—( চবি টানি আনি ) এইবোৰ কি আঁকিছে?

[ চবি কাঢ়ি নি ফালিব খোজে ]

অভি—লাহৰি! মোৰে শপত চবিখন নাফালিবা। মই বৰ যত্নকৈ আঁকিছোঁ। [ চবি টানি আনি বুকৰ মাজত সুমুৱাই ]

উত্তৰা—উলিয়াওকচোন বাৰু: আমিও চাওঁ এবাৰ; কিহৰ চবিনো আঁকিছে।

অভি—[ চবি দেখুৱাই ] প্ৰিয়ে ! এইচোৱা ; আমাৰ পিতামহ ভীষ্মদেৱে কেনে সুন্দৰ শৰশয্যাত পৰি শান্তি লাভ কৰিছে। এই শৰশয্যা পিতাদেৱে সাজি দিছে। কুৰু-পাণ্ডু উভয় কুলৰ বীৰ আৰু ৰাজ্যৰ প্ৰজা সকলোয়ে পিতামহৰ বীৰত্ব দেখি ধন্য ধন্য কৰিছে। আন পিনে চোৱা। পিতামহৰ পিয়াহ লগাত পিতাক পানা খুজিছে ; পিতাদেৱে শৰেৰে পৃথিবী ভেদ কৰি গঙ্গাৰ পানী আনি নিজৰাৰ নিচিনাকৈ তেওঁৰ মুখতে পেলাই দিছে আৰু পিতামহ সন্তুষ্ট হৈ পাৰেমানে পিতাদেৱক আশীৰ্ব্বাদ কৰিছে। ধন্য ক্ষত্ৰকুল শিৰোমণি ভীষ্মদেৱ, আপোনাৰ এই মৃত্যু স্বৰ্গসুখতকৈ শ্ৰেয়ঃ। আপোনাৰ কীৰ্ত্তি যাবতচন্দ্ৰ দিবা-কৰলৈ বৰ্ত্তমান থাকিব।

উত্তৰা—আহা ! কি নিৰ্ভীক পুৰুষ ! মনুষ্য শৰীৰত সাক্ষ্যাত দেৱতাৰ অৱতাৰ। ইচ্ছা মৃত্যু বৰলাভ এনে বীৰ চূড়ামণিৰহে সম্ভৱ। প্ৰভো ! চবিখন দাসীক দান কৰক। যত্ন কৰি ৰাখিম আৰু নিতৌ একোটী সেৱা কৰি থাকিম। কিন্তু নাথ ! আপোনাৰ শৰীৰত দেখো অসংখ্য শৰাঘাত, তথাপি দাসীক ইমান পৰলৈ সেৱাৰপৰা বঞ্চিত কৰিছে। বাস্তৱিক আপুনি বৰ নিৰ্দ্দয়।

অভি— সুন্দৰী, তুমি খং কৰিছা কিয় ?

উত্তৰা—আমি ভিতৰত সোমাই আহিব আহিব বুলি ভাবি থাকোঁ ; তুৰাবাৰ কথা পাতি ৰং ধেমালি কৰিম বুলি কত আশা ! পিচে চাতকে বৰষুণৰ নিমিত্তে মেঘলৈ চাই থকাৰ দৰে

# দ্বিতীয় অঙ্ক ।

## প্ৰথম গৰ্ভাঙ্ক ।

অভিমন্যুৰ কক্ষ ।

অভিমন্যু বহি চবি আঁকে ।

অভিমন্যু---এ চবিখন বৰ ভাল নহল । পিতামহ ভীষ্মৰ দিনা শৰশয্যাখন মই নিজ চকুৰে দেখিছোঁ । আহা ! এনে অপৰূপ, এনে বিতোপন শয্যা ! পিতাৰ কি আশ্চৰ্য্য অস্ত্ৰ শিক্ষা ! ( চবি ফালি পেলায় আৰু নতুনকৈ আঁকিবলৈ ধৰে )

উত্তৰাৰ প্ৰবেশ—

উত্তৰা—( মনে মনে পাচফালৰপৰা অভিৰ চকুত ধৰে ) কওকচোন বাৰু মই কোন ?

অভি—[ খপিয়াই চাই ] তুমি মোৰ কাচনমতি ; আইন কোনো নহয় ; মই বঢ়িয়াকৈ জানিছোঁ ।

উত্তৰা—( চবি টানি আনি ) এইবোৰ কি আঁকিছে ?

[ চবি কাঢ়ি নি ফালিব খোজে ]

অভি—লাহৰি ! মোৰে শপত চবিখন নাফালিবা । মই বৰ যত্নকৈ আঁকিছোঁ । [ চবি টানি আনি বুকৰ মাজত সুমুৱাই ]

উত্তৰা—উলিয়াওকচোন বাৰু : আমিও চাও এবাৰ ; কিহৰ চবিনো আঁকিছে ।

অভি—[ চবি দেখুৱাই ] প্ৰিয়ে ! এইচোৱা ; আমাৰ পিতামহ ভীষ্মদেৱে কেনে সুন্দৰ শৰশয্যাত পৰি শান্তি লাভ কৰিছে। এই শৰশয্যা পিতাদেৱে সাজি দিছে। কুৰু-পাণ্ডু উভয় কুলৰ বীৰ আৰু ৰাজ্যৰ প্ৰজা সকলোয়ে পিতামহৰ বীৰত্ব দেখি ধন্য ধন্য কৰিছে। আন পিনে চোৱা। পিতামহৰ পিয়াহ লগাত পিতাক পানা খুজিছে ; পিতাদেৱে শৰেৰে পৃথিবী ভেদ কৰি গঙ্গাৰ পানী আনি নিজৰাৰ নিচিনাকৈ তেওঁৰ মুখতে পেলাই দিছে আৰু পিতামহ সন্তুষ্ট হৈ পাৰেমানে পিতাদেৱক আশীৰ্ব্বাদ কৰিছে। ধন্য ক্ষত্ৰকুল শিৰোমণি ভীষ্মদেৱ, আপোনাৰ এই মৃত্যু স্বৰ্গসুখতকৈ শ্ৰেয়ঃ। আপোনাৰ কীৰ্ত্তি যাবতচন্দ্ৰ দিবা-কৰলৈ বৰ্ত্তমান থাকিব।

উত্তৰা—আহা ! কি নিৰ্ভীক পুৰুষ ! মনুষ্য শৰীৰত সাক্ষ্যাত দেৱতাৰ অবতাৰ। ইচ্ছা মৃত্যু বৰলাভ এনে বীৰ চূড়ামণিৰহে সম্ভৱ। প্ৰভো ! চবিখন দাসীক দান কৰক। যত্ন কৰি ৰাখিম আৰু নিতৌ একোটা সেৱা কৰি থাকিম। কিন্তু নাথ ! আপোনাৰ শৰীৰত দেখো অসংখ্য শৰাঘাত, তথাপি দাসীক ইমান পৰলৈ সেৱাৰপৰা বঞ্চিত কৰিছে। বাস্তবিক আপুনি বৰ নিৰ্দ্দয়।

অভি— সুন্দৰী, তুমি খং কৰিছা কিয় ?

উত্তৰা—আমি ভিতৰত সোমাই আহিব আহিব বুলি ভাবি থাকোঁ ; দুৱাবাৰ কথা পাতি ৰং ধেমালি কৰিম বুলি কত আশা ! পিচে চাতকে বৰষুণৰ নিমিত্তে মেঘলৈ চাই থকাৰ দৰে

ৰাট চাই থাকোতে চকু বিষায় যায়। মণি হেৰালে সাপৰ গাত যেনেকৈ তত্ নেথাকে, স্বামী আঁতৰি গলে তিৰোতাৰো তেনে দশা। মতা মানুহৰ মৰম দয়া তিৰোতাতকৈ বহুত কম; নহলে তিৰোতাক ইমান দুখ দিয়েনে? চন্দ্ৰক নেদেখিলে ভেঁট আৰু সূৰ্য্যক নেদেখিলে পদুম যেনেকৈ মুদ গৈ থাকে গিৰিহঁতক খন্তেক নেদেখিলে তিৰোতাৰ মুখো তেনে মলিন, তেনে বিমৰ্ষ। আহিলে কত কথা কৈ মনৰ দুখ জনাম বুলি ভাবি থাকে, পিচে মুখ দেখা মাত্ৰকে সকলোখিনি পাহৰি যায়; আপদীয়া লাজে ততালিকে চকু আৰু মনৰ আৰ-কাপোৰ পেলাই দিয়েহি। সকলো ভাৱকে ঢাকি পেলায়। কাজেই মনৰ জুইয়ে মনকে পুৰি মাৰে। এনে অৱস্থাত স্বামীৰ মৰম চেনেহতে বাজে আন একোৱে তাক চেঁচা পেলাব নোৱাৰে। গিৰিহঁতক লগ পালে তিৰোতাৰ কিমান আনন্দ তাক তিৰোতাইহে বুজে। প্ৰাণেশ্বৰ! আহক, আপোনাৰ সুললিত সুৰেৰে গীত এটি গা[illegible] মোৰ তাপিত প্ৰাণ শীতল কৰকহি।

অভি—তিৰোতাই গোৱা গানহে শুনিবলৈ ভাল। মতা মানুহৰ মাত বৰ কঠুৱা। মানুহে শুনিলে গাধই চিঞৰিছে বুলিহে কব। তুমিয়েই গোৱা, মই শুনো।

উত্তৰা—( খং কৰি ) নেলাগে গাব বাৰু! মই ভালকৈ নেজানো দেখিহে কৈছিলোঁ। এৰা! আমাৰ জানো কিবা মন্ত্ৰ আছে? কথা শুনিব যে। ( উঠি যাবলৈ খোজে )

অভি—নাযাবা মইনা! মই ধেমালিহে কৰিলোঁ।

উত্তৰা—বুজিছোঁ আপোনাৰ খেমালি। আমি ওচৰত থাকিলে আপোনাৰ গা চেঁচা নপৰে। আপোনাৰ সুখ-পথত কাঁইট হবলৈ মোৰ মন নাই। এৰি দিয়ক হাতখন। কেনেবাকৈ আপোনাৰ হাত গোন্ধাব পাচে। [ অধোমুখ ]

অভি—লাহৰি, খং কৰিছা কিয় ? ৰবা বাৰু, ভালে বেয়াই এটা গাঁও। তুমি খং কৰিলে মোৰ স্বৰগ ভাগি মূৰত পৰা যেন লাগে।

খাম্বাজ—একতালা।

জীবনে মৰণে, শয়নে সপোনে,
তোমাক বিচাৰোঁ কিয়নো ?
পৰোঁ ধৰোঁ কৰোঁ, ধৰিব নোৱাৰোঁ,
কেনি তুমি যোৱা নাজানো।
মাতিলো তোমাক, আকুল পিয়াসে
তৃষিত হৃদয়ে, বহাহি আসি ;
নবহা যদিহে আসি হৃদয়ত
প্ৰাণ বেদনাতে নাবাচোঁ।
চিৰসঙ্গী তুমি, তবু থাকা দূৰে,
হৃদয়ৰ ধন কিয়নো অন্তৰে ?
তুমি পূৰ্ণজ্যোতি, ই ঘোৰ আন্ধাৰে,
তোমা বিনা ব্যথা নমৰে।

উত্তৰা—আহা ! নাথ ! মই পাহৰি আছিলোঁ। সিদিনা আয়ে মোক বৰ সুন্দৰ পুতলা দুটি দিছে। সিহঁত দেখিবলৈ

বাট চাই থাকোতে চকু বিষায় যায়। মণি হেৰালে সাপৰ গাত যেনেকৈ তত্ নেথাকে, স্বামী আঁতৰি গলে তিৰোতাৰো তেনে দশা। মতা মানুহৰ মৰম দয়া তিৰোতাতকৈ বহুত কম; নহলে তিৰোতাক ইমান দুখ দিয়েনে? চন্দ্ৰক নেদেখিলে ভেঁট আৰু সূৰ্য্যক নেদেখিলে পদুম যেনেকৈ মুদ গৈ থাকে গিৰিহঁতক খন্তেক নেদেখিলে তিৰোতাৰ মুখো তেনে মলিন, তেনে বিমৰ্ষ। আহিলে কত কথা কৈ মনৰ দুখ জনাম বুলি ভাবি থাকে, পিচে মুখ দেখা মাত্ৰকে সকলোখিনি পাহৰি যায়; আপদীয়া লাজে ততালিকে চকু আৰু মনৰ আৰ-কাপোৰ পেলাই দিয়েহি। সকলো ভাৱকে ঢাকি পেলায়। কাজেই মনৰ জুইয়ে মনকে পুৰি মাৰে। এনে অৱস্থাত স্বামীৰ মৰম চেনেহত বাজে আন একোৱে তাক চেঁচা পেলাব নোৱাৰে। গিৰিহঁতক লগ পালে তিৰোতাৰ কিমান আনন্দ তাক তিৰোতাইহে বুজে। প্ৰাণেশ্বৰ! আহক, আপোনাৰ সুললিত সুৰেৰে গীত এটি গাই মোৰ তাপিত প্ৰাণ শীতল কৰকহি।

অভি—তিৰোতাই গোৱা গানহে শুনিবলৈ ভাল। মতা মানুহৰ মাত বৰ কৰ্কশ। মানুহে শুনিলে গাধই চিঞৰিছে বুলিহে কব। তুমিয়েই গোৱা, মই শুনো।

উত্তৰা—( খং কৰি ) নেলাগে গাব বাৰু! মই ভালকৈ নেজানো দেখিহে কৈছিলোঁ। এৰা! আমাৰ জানো কিবা মন্ত্ৰ আছে? কথা শুনিব যে। ( উঠি যাবলৈ খোজে )

অভি—নাযাবা মইনা! মই ধেমালিহে কৰিলোঁ।

উত্তৰা—বুজিছোঁ আপোনাৰ খেমালি। আমি ওচৰত থাকিলে আপোনাৰ গা চেঁচা নপৰে। আপেনোৰ সুখ-পথত কাঁইট হবলৈ মোৰ মন নাই। এৰি দিয়ক হাতখন। কেনেবাকৈ আপোনাৰ হাত গোন্ধাব পাচে। [ অধোমুখ ]

অভি—লাহৰি, খং কৰিছা কিয় ? ৰবা বাৰু, ভালে বেয়াই এটা গাঁও। তুমি খং কৰিলে মোৰ স্বৰগ ভাগি মূৰত পৰা যেন লাগে।

খাম্বাজ—একতালা।

জীৱনে মৰণে, শয়নে সপোনে,
তোমাক বিচাৰোঁ কিয়নো ?
পৰোঁ ধৰোঁ কৰোঁ, ধৰিব নোৱাৰোঁ,
কেনি তুমি যোৱা নাজানো।
মাতিলো তোমাক, আকুল পিয়াসে
তৃষিত হৃদয়ে, বহাহি আসি ;
নবহা যদিহে আসি হৃদয়ত
প্ৰাণ বেদনাতে নাবাচোঁ।
চিৰসঙ্গী তুমি, তবু থাকা দূৰে,
হৃদয়ৰ ধন কিয়নো অন্তৰে ?
তুমি পূৰ্ণজ্যোতি, ই ঘোৰ আন্ধাৰে,
তোমা বিনা ব্যথা নমৰে।

উত্তৰা—আহা ! নাথ ! মই পাহৰি আছিলোঁ। সিদিনা আয়ে মোক বৰ সুন্দৰ পুতলা দুটি দিছে। সিহঁত দেখিবলৈ

এনে ধুনীয়া ! লৰাটি যে একেবাৰে চঞ্চল ডেকা । মুখখনি সাক্ষাৎ পূৰ্ণিমাৰ চন্দ্ৰৰ নিচিনা ৰূপহ ; চকুজুৰি কাণৰ কাষ পাইছেহি । চেলাউৰি বৈ পৰা । নাকটি যেন তিল ফুলৰ পাহিহে : কপালৰ তিলকে তাৰ জেউতি আৰু চৰাই দিছে । চুলিকোছা কেকোৰা, কিন্তু দীঘল আৰু কিচ্ কিচ্ কৰে ক'লা । ডিঙ্গিটি ৰাজহাঁহৰ ডিঙ্গিৰ দৰে দীঘল । ককালটি হলে সিংহৰ ককালৰ নিচিনা । বুকুখন বহল ; হাত মৃণালৰ নিচিনা আৰু আঠুলৈকে ঢুকি পোৱা দীঘল । উৰু হাতীৰ শুড়ৰ দৰেই । ভৰি দুখনি ৰক্ত পদুম বুলিলেহে শুৱাই । যেনে লৰা, ছোৱালীও ঠিক তেনে । দুইকো বিয়া দিলে সিহঁত আমাৰ নিচিনা সুখী হব । নাথ ! মই আপোনাৰ দুটি ভৰিত ধৰি কাবৌ কৰিছোঁ, আহক আমি সিহঁতৰ বিয়াখন পাতোঁ আৰু ধেমালি কৰোঁ ! ( গৈ পুতলা লৈ আহে )

অভি—আমি দুয়ো বিয়া পাতিলে বিয়া চাব কোনে ? তুমি বিয়া পাতা ; মই চাওঁ ।

উত্তৰা—মই সচাকৈ কৈছোঁ, আপুনি দৰাৰ বাপেক নহয় মানে পুতলা বিয়াকে নাপাতোঁ । সিহঁতক দেখি আপোনাৰ মৰম নেলাগে নে ? বাৰু তেন্তে ; যা পোৱামুই, পানীত পৰি মৰ গৈ । ( পুতলা দলিয়াই পেলায় ) ।

অভি—প্ৰিয়ে ! মই তোমাৰ মনহে বুজিছিলোঁ । আহা, তুমি কন্যাৰ মাক হোৱাহি । মই দৰাৰ বাপেক হম ।

উত্তৰা—উলু, উলু, উলু ।

সুভদ্ৰাৰ প্ৰবেশ-

সুভদ্ৰা—কি হৈছে অভি ! তহঁতে কিয় ইমান কোঢ়াল কৰিছ ?

উত্তৰা—চাওকচোন আই ! মোৰ গালতে পাঁচ অঁৰামান চৰ মাৰিলে। পিঠিখনত পাৰে মানে ভুকুৱালে। আকৌ এনেকৈ বহ, এনেকৈ উঠ, বুলি দেখুৱাই। মই তেনেকৈ বহিব বা উঠিব নোৱাৰিলে গালে, নাকে, কাণে যতে পাই ত'তে চিকুটি দিয়ে। চাওকচোন, কাণ দুখন ৰঙ্গা পৰি থাকি‌ৈই পায় [ কাণ দেখুৱাই ]

সুভদ্ৰা—হয় নে অভি ? মই দেখিছোঁ তই বৰ দুষ্ট হৈছ। তই উত্তৰাক ইমানকৈ কিয় মাৰিলি ?

অভি—[ হাঁহি হাঁহি আঁতৰি যাবলৈ ধৰে ]

উত্তৰা—[ লৰ মাৰি সুভদ্ৰাৰ কোলাত উঠি ] আই ! এই বাৰলৈ মোৰ দোষ ক্ষমিব। আমি পুতলা বিয়া পাতি কোঢ়াল কৰা বাবে আপুনি খং কৰিব বুলিহে মিছা কথা কৈছিলোঁ।

সুভদ্ৰা—আহা ! দেহিডোখৰি ! তোমালোকে ধেমালি কৰা দেখিলে মোৰ হিয়া জুৰহে পৰে। মই কেলেই মাৰিম। [ অভিৰ প্ৰতি ] বাপা অভি ! তুমি কেলেই ওচৰৰপৰা গুচি গলা ? আহা ! মোৰ সোণাই। তইকো কোলাত লৈ মোৰ প্ৰাণ শীতল কৰোঁ। [ কোলাত তুলি লয় ]

এনে ধুনীয়া ! লৰাটি যে একেবাৰে চঞ্চল ডেকা । মুখখনি সাক্ষাৎ পূৰ্ণিমাৰ চন্দ্ৰৰ নিচিনা ৰূপহ ; চকুজুৰি কাণৰ কাষ পাইছেহি । চেলাউৰি বৈ পৰা । নাকটি যেন তিল ফুলৰ পাহিহে ; কপালৰ তিলকে তাৰ জেউতি আৰু চৰাই দিছে । চুলিকোছা কেকোৰা, কিন্তু দীঘল আৰু কিচ্ কিচ্ কৰে ক'লা । ডিঙ্গিটি ৰাজহাঁহৰ ডিঙ্গিৰ দৰে দীঘল । ককালটি হলে সিংহৰ ককালৰ নিচিনা । বুকুখন বহল ; হাত মৃণালৰ নিচিনা আৰু আঠুলৈকে ঢুকি পোৱা দীঘল । উৰু হাতীৰ শুড়ৰ দৰেই । ভৰি দুখনি ৰক্ত পদুম বুলিলেহে শুৱাই । যেনে লৰা, ছোৱালীও ঠিক তেনে । দুইকো বিয়া দিলে সিহঁত আমাৰ নিচিনা সুখী হব । নাথ ! মই আপোনাৰ দুটি ভৰিত ধৰি কাবৌ কৰিছোঁ, আহক আমি সিহঁতৰ বিয়াখন পাতোঁ আৰু ধেমালি কৰোঁ ! ( গৈ পুতলা লৈ আহে )

অভি—আমি দুয়ো বিয়া পাতিলে বিয়া চাব কোনে ; তুমি বিয়া পাতা ; মই চাওঁ ।

উত্তৰা—মই সচাকৈ কৈছোঁ, আপুনি দৰাৰ বাপেক নহয় মানে পুতলা বিয়াকে নাপাতোঁ । সিহঁতক দেখি আপোনাৰ মৰম নেলাগে নে ? বাক তেন্তে ; যা পোৰামুই, পানীত পৰি মৰ গৈ । ( পুতলা দলিয়াই পেলায় ) ।

অভি—প্ৰিয়ে ! মই তোমাৰ মনহে বুজিছিলোঁ । আহা, তুমি কন্যাৰ মাক হোৱাহি । মই দৰাৰ বাপেক হম ।

উত্তৰা—উলু, উলু, উলু ।

সুভদ্রাৰ প্ৰবেশ-

সুভদ্ৰা—কি হৈছে অভি ! তহঁতে কিয় ইমান কোঢ়াল কৰিছ ?

উত্তৰা—চাওকচোন আই । মোৰ গালতে পাঁচ আঁৰামান চৰ মাৰিলে । পিঠিখনত পাৰে মানে ভুকুৱালে । আকৌ এনেকৈ বহ, এনেকৈ উঠ, বুলি দেখুৱাই । মই তেনেকৈ বহিব বা উঠিব নোৱাৰিলে গালে, নাকে, কাণে যতে পাই ত'তে চিকুটি দিয়ে । চাওকচোন, কাণ দুখন ৰঙ্গা পৰি থাকিছেই পায় [ কাণ দেখুৱাই ]

সুভদ্ৰা—হয় নে অভি ? মই দেখিছোঁ তই বৰ দুষ্ট হৈছ । তই উত্তৰাক ইমানকৈ কিয় মাৰিলি ?

অভি—[ হাঁহি হাঁহি আঁতৰি যাবলৈ ধৰে ]

উত্তৰা—[ লৰ মাৰি সুভদ্ৰাৰ কোলাত উঠি ] আই ! এই বাৰলৈ মোৰ দোষ ক্ষমিব । আমি পুতলা বিয়া পাতি কোঢ়াল কৰা বাবে আপুনি খং কৰিব বুলিহে মিছা কথা কৈছিলোঁ ।

সুভদ্ৰা—আহা ! দেহিডোখৰি ! তোমালোকে ধেমালি কৰা দেখিলে মোৰ হিয়া জুৰহে পৰে । মই কেলেই মাৰিম । [ অভিৰ প্ৰতি ] বাপা অভি ! তুমি কেলেই ওচৰৰপৰা গুচি গলা ? আহা ! মোৰ সোণাই । দুইকো কোলাত লৈ মোৰ প্ৰাণ শীতল কৰোঁ । [ কোলাত তুলি লয় ]

এজন দূতৰ প্ৰবেশ-

দূত—ৰাজকোঁৱৰ, মহাৰাজ যুধিষ্ঠিৰ আৰু ভীম মহাশয়ে আপোনাক এতিয়াই মাতিছে।

অভি—আই! আপোনাক সেৱাহে! মই সোনকালে আহোঁগৈ। [ দূত আৰু অভিৰ প্ৰস্থান ]

---

# দ্বিতীয় গৰ্ভাঙ্ক।

পাণ্ডৱ ছাউনী।

যুধিষ্ঠিৰ আৰু ভীম।

যুধিষ্ঠিৰ—হায়! শিয়ালৰ হাতত সিংহৰ পৰাজয়; আজি জয়দ্ৰথৰ হাতত পাণ্ডৱ পৰাস্ত হল। দ্ৰোণ, কৰ্ণ, কৃপ, শল্য আদিয়ে পাণ্ডৱৰ ওচৰত বীৰত্ব প্ৰকাশ কৰিছে। হায়! আমাৰ বাহুবলেই ধিক্! বিধাতা! তোৰ মনত এইহে আছিল? ভীষ্ম পিতামহক মৰাই সাৰ হল। বিধাতাৰেই বা দোষ কি? ই আমাৰ স্বকাৰ্য্য আৰ্জ্জিত ফল মাথোন। নহয়; আৰু যুদ্ধ কৰিবৰ প্ৰয়োজন নাই। অৰ্জ্জুন ফিৰি আহিলে আকৌ বনলৈ যাওঁগৈ। উঃ! কি পৰিতাপ!

ভীম—দাদা! যি জয়দ্ৰথক মই নানা দুৰ্গতি কৰিছিলোঁ, আন কি নিশ্বাস মাত্ৰহে এৰিছিলোঁ, আজি মই তাৰ হাতত পৰাস্ত

হলোঁ। ই কি কম লাজৰ কথা ? কিন্তু সেই বুলিয়েই ৰণৰ-পৰা ক্ষান্ত হ'ম নে ? কেতিয়াও নহওঁ। ক্ষত্ৰিয়কুল বিশেষত ৰাজ-অংশত জন্ম লৈ শত্ৰুক পিঠি দেখোৱা নিতান্ত কাপুৰুষৰ কাম। দুঃশাসণৰ ৰক্তপান, দুৰ্য্যোধনৰ উৰুভঙ্গ প্ৰভৃতি প্ৰতিজ্ঞাৰপৰা যিমান দিনলৈ মুক্ত নহওঁ, সিমান দিনলৈ জীৱন ধৰা কেৱল বিড়ম্বনা মাত্ৰ। মহাৰাজ ! আপুনি যিহকে কওক, ভীমৰ দেহত জীৱ থাকে মানে কেতিয়াও এই যুদ্ধৰপৰা ক্ষান্ত নহয়।

(অভিৰ প্ৰবেশ)

অভি—আৰ্য্য ! নমস্কাৰ।

যুধিষ্ঠিৰ—বাপা অভি ! আহা। তুমি চিৰজীবী আৰু সমৰবিজয়ী হোৱা। [ ভীমলৈ চাই ] বাপা ভীম ! তুমি যি কথা কৈছা সি একেবাৰে সঁচা। কিন্তু দ্ৰোণাচাৰ্য্যে যি অদ্ভুত চক্ৰবেহু কৰিছে, তাক ভেদি শত্ৰুক পৰাস্ত কৰা বীৰ অৰ্জ্জুনৰ বাহিৰে আৰু নাই। কাজে আমাৰ জয় লাভৰ আশা ভৰসাও নাই। যি বল বিক্ৰমেৰে জয়দ্ৰথে বেহুৰ দুৱাৰ ৰাখিছে, তাক পৰাজয় কৰে এনে বীৰ কোন আছে ? অৰ্জ্জুন নাৰায়ণী সেনাৰ লগত যুদ্ধত লিপ্ত থাকিল। হায় ! গুৰুদেৱ ! তোমাৰ মনত এইহে আছিল ? ছলে-বলে-কৌশলে নিৰ্দ্দোষী পাণ্ডৱক মৰাইহে তোমাৰ উদ্দেশ্য। পাণ্ডৱে তোমাৰ কি অপৰাধ কৰিলে ? হায় ! অদৃষ্ট ! বিধাতাই আমাৰ কপালত কেৱল দুখকহে লিখিলে। উঃ ! কি পৰিতাপ ! বাপা, তুমি সোনকালে অৰ্জ্জুনক মাতি আনা গৈ ! আৰু যুদ্ধ কৰিবৰ আৱশ্যক নাই

অভি—আৰ্য্য ! কি কাৰণে আপুনি এনে নিৰানন্দ চিত্তে পৰিতাপ কৰি নিজক আৰু আত্মীয়-কুটুম্বক দুখ দিছে ? সেই জগৎতাৰণ, জগদানন্দ, জগজ্জনপালক শ্ৰীমধুসূদন হৰি যাৰ সহায়, তাৰ আকৌ দুখ কিহৰ ? যাৰ নামে বিপদ নাশ কৰে, তেওঁ নিজে যেতিয়া আমাৰ সাৰথি, তেতিয়া দ্ৰোণ, কৰ্ণ প্ৰভৃতি সামান্য বীৰলৈ ভয় কি ? সেই যদুকুলতিলক, ভূপালক, বিপদহাৰী হৰি যাৰ মামা, মহাবল পৰাক্ৰমী, ত্ৰিভুবন-বিজয়ী অৰ্জ্জুন যাৰ পিতা, আজি আপোনাৰ সেই দাসানুদাস অভিমন্যু থাকোঁতে ভয় কৰাৰ কোনো কাৰণ নাই। মই এতিয়াই বেহু ভেদ কৰি দ্ৰোণ, কৰ্ণ প্ৰভৃতি ৰথাক বধ কৰিম। আপুনি নিশ্চিন্ত হওঁক।

যুধিষ্ঠিৰ—বাপা ! তুমি অল্প বয়সৰ অল্পমতি শিশু ! তোমাৰ এই চিকোণ মুখৰপৰা যে এনেকুৱা কথা শুনিছোঁ সেয়েই আমাৰ ভাগ্য। তোমাক মই যুদ্ধলৈ কেতিয়াও পঠিয়াব নোৱাৰোঁ মোৰ কপালত যি আছে হওক।

অভি—আৰ্য্য ! আপোনাৰ শত্ৰু বিনাশ কৰোঁতে যদি মোৰ প্ৰাণ যায় সিও স্বীকাৰ। এই মহা ৰথীসকলৰ এজনক বধ কৰিব পাৰিলেও মোৰ জীৱন সাৰ্থক হব। মই যদি পিতৃ-শত্ৰু বিনাশ কৰিবলৈ ভয় পাই কাপুৰুষৰ নিচিনা পিতৃসকলৰ অমঙ্গল নিজ চকুৰে চাই থাকোঁ তেন্তে মোৰ নিচিনা নৰাধম আৰু কোন আছে ? অভি বৰ্ত্তমান থাকোঁতে যদি দ্ৰোণে আপোনাক ধৰি নিয়ে তেন্তে কোনে মোক শ্ৰীকৃষ্ণৰ ভাগিন

আৰু দিগ্বিজয়ী অৰ্জ্জুনৰ ঔৰসজাত সন্তান বুলিব ? এই বিশুদ্ধ পাণ্ডুকুলত জন্ম লৈ মই এনে কুলাঙ্গাৰ হলো'। নে যে জন্মদাতা পিতৃৰ নামত কলঙ্ক ৰাখিম ? কেতিয়াও নহয়। মই যদি যথাৰ্থতে অৰ্জ্জুনৰ সন্তান হওঁ তেন্তে আপোনাৰ আশীৰ্ব্বাদে নিশ্চয় বেহু ভেদ কৰি কুৰুসৈন্যক পৰাস্ত কৰিম। তাত অলপো সন্দেহ নাই। আৰ্য্য ! মই বিনয় কৰি কৈছোঁ, যুদ্ধলৈ যাবৰ আজ্ঞা দিয়ক ; বিলম্ব কৰিবৰ প্ৰয়োজন নাই।

ভীম—উঃ কি পৰিতাপ ! আমি থাকোঁতে অভি যুদ্ধলৈ যাব লগা হল। একেই কোমল বয়সৰ লৰা। তাৰ উপৰি বোলে নিগম নাজানে ; কোন সতে বাছাক বিদায় দিওঁ। অৰ্জ্জুন সংসপ্তকৰ লগত যুদ্ধত ব্যস্ত ; কোনোমতে আহিব নোৱাৰে ; অগত্যা অভিকে সেনাপতি বৰণ কৰিব লাগিল। আমি আটাইবিলাক অভিৰ পাচতে থাকিম ; জয়দ্ৰথক মাৰিয়ে হওক বা আন কোনো প্ৰকাৰে হওক বেহুৰপৰা বাছাক উলিয়াই আনিমে আনিম। মহাৰাজ ! বাপা অভিকে আজ সেনাপতি কৰক। নহলে কুৰুসৈন্য বিনাশৰ আন উপায় নেদেখোঁ।

যুধিষ্ঠিৰ—ভীম ! অভিমন্যুক নিৰ্ব্বিঘ্নে পুনঃ মোৰ কাষলৈ আনিম বুলি তুমি ভৰসা দিলেহে মই তেওঁক বিদায় দিব পাৰোঁ।

ভীম—মহাৰাজ ! আপুনি চিন্তা নকৰিব ! অভিয়ে যেতিয়া জয়দ্ৰথক পৰাস্ত কৰি বেহু সোমাব মই তেওঁৰ

অভি—আৰ্য্য ! কি কাৰণে আপুনি এনে নিৰানন্দ চিত্তে পৰিতাপ কৰি নিজক আৰু আত্মীয়-কুটুম্বক দুখ দিছে ? সেই জগৎতাৰণ, জগদানন্দ, জগজ্জনপালক শ্ৰীমধুসূদন হৰি যাৰ সহায়, তাৰ আকৌ দুখ কিহৰ ? যাৰ নামে বিপদ নাশ কৰে, তেওঁ নিজে যেতিয়া আমাৰ সাৰথি, তেতিয়া দ্ৰোণ, কৰ্ণ প্ৰভৃতি সামান্য বীৰলৈ ভয় কি ? সেই যদুকুলতিলক, ভূপালক, বিপদহাৰী হৰি যাৰ মামা, মহাবল পৰাক্ৰমী, ত্ৰিভুবন-বিজয়ী অৰ্জ্জুন যাৰ পিতা, আজি আপোনাৰ সেই দাসানুদাস অভিমন্যু থাকোঁতে ভয় কৰাৰ কোনো কাৰণ নাই । মই এতিয়াই ব্যূহ ভেদ কৰি দ্ৰোণ, কৰ্ণ প্ৰভৃতি ৰথাক বধ কৰিম । আপুনি নিশ্চিন্ত হওঁক ।

যুধিষ্ঠিৰ—বাপা ! তুমি অল্প বয়সৰ অল্পমতি শিশু ! তোমাৰ এই চিকোণ মুখৰপৰা যে এনেকুৱা কথা শুনিছোঁ সেয়েই আমাৰ ভাগ্য । তোমাক মই যুদ্ধলৈ কেতিয়াও পঠিয়াব নোৱাৰোঁ মোৰ কপালত যি আছে হওক ।

অভি—আৰ্য্য ! আপোনাৰ শত্ৰু বিনাশ কৰোঁতে যদি মোৰ প্ৰাণ যায় সিও স্বীকাৰ । এই মহা ৰথীসকলৰ এজনক বধ কৰিব পাৰিলেও মোৰ জীৱন সাৰ্থক হব । মই যদি পিতৃ-শত্ৰু বিনাশ কৰিবলৈ ভয় পাই কাপুৰুষৰ নিচিনা পিতৃসকলৰ অমঙ্গল নিজ চকুৰে চাই থাকোঁ তেন্তে মোৰ নিচিনা নৰাধম আৰু কোন আছে ? অভি বৰ্ত্তমান থাকোঁতে যদি দ্ৰোণে আপোনাক ধৰি নিয়ে তেন্তে কোনে মোক শ্ৰীকৃষ্ণৰ ভাগিন

আৰু দিগ্বিজয়ী অৰ্জ্জুনৰ ঔৰসজাত সন্তান বুলিব ? এই বিশুদ্ধ পাণ্ডুকুলত জন্ম লৈ মই এনে কুলাঙ্গাৰ হলোঁ! নে যে জন্মদাতা পিতৃৰ নামত কলঙ্ক ৰাখিম ? কেতিয়াও নহয়। মই যদি যথাৰ্থতে অৰ্জ্জুনৰ সন্তান হওঁ তেন্তে আপোনাৰ আশীৰ্ব্বাদে নিশ্চয় বেহু ভেদ কৰি কুৰুসৈন্যক পৰাস্ত কৰিম। তাত অলপো সন্দেহ নাই। আৰ্য্য! মই বিনয় কৰি কৈছোঁ, যুদ্ধলৈ যাবৰ আজ্ঞা দিয়ক ; বিলম্ব কৰিবৰ প্ৰয়োজন নাই।

ভীম—উঃ কি পৰিতাপ! আমি থাকোঁতে অভি যুদ্ধলৈ যাব লগা হল। একেই কোমল বয়সৰ লৰা। তাৰ উপৰি বোলে নিগম নাজানে ; কোন সতে বাছাক বিদায় দিওঁ। অৰ্জ্জুন সংসপ্তকৰ লগত যুদ্ধত ব্যস্ত ; কোনোমতে আহিব নোৱাৰে ; অগত্যা অভিকে সেনাপতি বৰণ কৰিব লাগিল। আমি আটাইবিলাক অভিৰ পাচতে থাকিম ; জয়দ্ৰথক মাৰিয়ে হওক বা আন কোনো প্ৰকাৰে হওক বেহুৰপৰা বাছাক উলিয়াই আনিমে আনিম। মহাৰাজ! বাপা অভিকে আজি সেনাপতি কৰক। নহলে কুৰুসৈন্য বিনাশৰ আন উপায় নেদেখোঁ।

যুধিষ্ঠিৰ—ভীম! অভিমন্যুক নিৰ্ব্বিঘ্নে পুনঃ মোৰ কাষলৈ আনিম বুলি তুমি ভৰসা দিলেহে মই তেওঁক বিদায় দিব পাৰোঁ।

ভীম—মহাৰাজ! আপুনি চিন্তা নকৰিব! অভিয়ে যেতিয়া জয়দ্ৰথক পৰাস্ত কৰি বেহু সোমাব মই তেওঁৰ

লগতে সোমাম ! গদাৰ কোবত সৈন্য ছিন্নভিন্ন কৰি পেলাম। কাৰ সাধ্য সেই কোব সহ্য কৰে ? কাৰ সাহস ভীমৰ আগত থিয় হয় ? সকলোকে নিদলি পেলাই বেহু খণ্ড বিখণ্ড কৰিম। কৌৰব সৈন্যৰ মাজত প্ৰলয় উপস্থিত হব। ভীমৰ বিক্ৰমত পৃথিবী কম্পমান হব। সৈন্যৰ কোলাহল আৰু আত্মৰোলত ত্ৰিভুবনে তবধ মানিব। দ্ৰোণ, কৰ্ণ, কৃপ, শল্য প্ৰভৃতি বীৰ গদাৰ আগত ফৰিং ছিটিকাদি ছিটিকিব। আপুনি ভীমৰ বল বিক্ৰম জানেই ; তেওঁৰ পৰাক্ৰম স্বচক্ষে দেখিছে। এনেস্থলত অভিৰে সৈতে লগলাগি কুৰু সৈন্য জয় কৰি আহিম তাত অকণো সন্দেহ নাই। আপুনি সোনকালে বিদায় দিয়ক।

যুধিষ্ঠিৰ—বাপা ! অভি, এবাৰ মোৰ ওচৰলৈ আহা ! কোলাত লৈ চুমা খাওঁ। এই বয়সত তোমাৰ এই অসীম সাহস, বাস্তৱীকে পাণ্ডৱৰ গৌৰব-ৰবি। যুদ্ধত মা ৰণচণ্ডী তোমাৰ সহায় হওক।

অভি—আৰ্য্য ! নমস্কাৰ ; এই চৰণ প্ৰসাদে যেন সমৰ বিজয়ী হওঁ। [ মনে মনে ] যাওঁ ; এতিয়া মাতাদেবী আৰু প্ৰিয়তমাৰ ওচৰত বিদায় লওঁ গৈ।

[ অভিৰ প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক

### উত্তৰাৰ শোৱনি-ঘৰ।

উত্তৰা।

ভৈৰব কাওৱালী।

গাণ—আজি কিয় মন হলি, তই এনে উচাটন।
থাকি থাকি হাত ভৰি (মোৰ) কঁপে ঘনে ঘন॥
হিয়াৰ পদুম পাহি, নেদেখি সুৰুয হাঁহি,
জঁয় পৰি গল দেখি তাৰ নিমগন।
দণ্ডে যুগ অনুমান, তিলেক অদৰশন,
এতে বেলি কিয় নাথ হলা বিস্মৰণ?

উত্তৰা—উঃ! সপোনৰ কথা ফলেনে? প্ৰায়ে নফলে। তথাপি অদৃষ্টৰ কথা কব নোৱাৰি। আজি কালি আমালোকৰ কপাল বৰ মুকলি নহয়। অদৃষ্টই যদি ভাল হয় তেন্তে এনেকুৱা আত্ম-কলহ, বাদ-বিসম্বাদ যুদ্ধ-বিগ্ৰহ হব কিয়? বিধাতাৰ লিখন কোনেও খণ্ডাব নোৱাৰে। এই সমাজিক যদি সঁচা হয় তেন্তে মোৰ নিচিনা চিৰ অভাগিণী আৰু কোন আছে? মইতো জীয়াই থাকিব নোৱাৰিম! হায়, বিধাতা! মই এনে কুসপোন দেখিলো কিয়? মনটো চাটি-ফুটি কৰিছে। উঃ হিয়াৰ মাজত যে কি যাতনা হৈছে কবই নোৱাৰি। হঠাৎ এই অশান্তি কৰপৰা আহিল?

সুমথিৰাৰ প্ৰবেশ ।

সুমথিৰা—[ মনে মনে ] ইকি ! হঠাৎ এনে অধোবদন কি নিমিত্তে ? মনে মনে চিন্তাত ব্যাকুল হৈ বলিয়াৰ দৰে আপোনা আপুনি কথা-বাৰ্ত্তা হৈছে ! ইয়াত দেখোঁ আৰু কোনো নাই। কাৰে সৈতে নো কথা হৈছিল ? [ ফুটাই ] সখি ! তুমি এনে চঞ্চল হৈছা কিয় ?

উত্তৰা—সখি ! তোমাক কি ক'ম । মই যেনে কুস-পোন দেখিছোঁ তাক মুখতে আনিব নাপায় । সপোন দেখিবৰ পৰাই মই যেন মোত নাই, মোৰ মূৰত যেন সহস্ৰ ধাৰে বজ্ৰাঘাট হৈছে । হিয়াৰ মাজত কিহে হুঁ হুঁ কৰিছে কবই নোৱাৰোঁ। কোনোমতেই শান্তনা কৰিব পাৰা নাই। সখি ! মোৰ কপালত যে কি আছে তাক পৰম পিতাইহে জানে।

সুমথিৰা—সখি ! তোমাৰ আকৌ অমঙ্গল চি[illegible]মা জিক কেতিয়াবা সঁচা হয়নে ? তেনেহলে তো একো কথাই নাছিল । সঁচা হোৱা হলে যিবিলাক মানুহে ৰাতি শুই থাকোঁতে সপোনত লক্ষ টকা পায়, সিহঁতো লাখপতি হল হেতেন ; আৰু কত মানুহে বাটে পথে ভিক্ষা কৰি খালে হেতেন । অইনৰ কথাকে নকওঁ, মই এদিন সপোনতে পৰ্ব্বত এটাত উঠি ধুমকৈ পৰিলোঁ। এতিয়া ভাবি চোৱাঁ, সি যদি সঁচা হয় তেন্তে ইমান দিন মই খোৰা হৈ পৰি থাকিলোঁ-হেতেন ; সেই কাৰণে কৈছোঁ, তুমি অনৰ্থক চিন্তা নকৰিবা। সপোন আৰু কচুপাতৰ পানী সমান কথা ।

উত্তৰা—সখি ! মইতো স্থিৰ চিত্তে থাকিবলৈ মন কৰোঁ কিন্তু মনে নামানে ; কেৱল উগুল থুগুল কৰি থাকে । বিশেষত, যেতিয়াৰ পৰা প্ৰাণনাথ মহাৰাজৰ ওচৰলৈ গৈছে, তেতিয়াৰ পৰা ত'ত নেদেখি মন বেচিকৈহে ব্যাকুল হৈছে । এই অৱস্থাত সেই হৃদয়-ধন বিনে মন একোতে স্থিৰ নহয় । চোৱা, মোৰ সোঁ হাত আৰু সোঁ চকু কেনেকৈ নাচিছে । সখি ! ই ভালৰ চিন নহয় । বিধাতাই মোৰ কপালত কি লিখিছে কব নোৱাৰোঁ ।

সুমথিৰা—সখি ! তুমি উতলা নহবা । তোমাৰ দুখ দেখিলে মোৰ হিয়া ফাটি যাব খোজে । এবাৰ বাৰু চেষ্টা কৰিয়েই চাওঁ ; চিত্ৰলেখা হব পাৰোঁ নে নোৱাৰোঁ । মই ফিৰি নাহোঁমানে ধৈৰ্য্য ধৰি থাকা ।

উত্তৰা—সখি ! মই তোমাক বিপদ সাগৰত জাপ দিবলৈ পঠিয়াব নোৱাৰোঁ । তোমাৰ যি ইচ্ছা কৰা । কিন্তু, তুমি নিশ্চয় জানিবা যে, আন কোনোবাই যদি ইয়াৰ অলপো উমান পায় তেন্তে হিতে বিপৰীত হব । মোক আৰু নোপোৱা ।

সুমথিৰা—বুজিছোঁ । [ প্ৰস্থান, ]

---

# চতুৰ্থ গৰ্ভাঙ্ক ।

## টকৰুৰ বাপুৰ ঘৰ ।

টকৰুৰে বহি ভাত খায় ।

সুমথিৰা—[ মনে মনে ] আহা ! আজি কোমল লতা তেনেই জঁয় পৰি গল ! কাৰ পাপত কোনে শাস্তি পায় ! বিধাতা ! ইয়ালৈকে নাৰী-জাতিক লতা ৰূপে সৃজন কৰি পুৰুষ গছত আওজিবলৈ বিহিছিলা ? এই তোমাৰ বিচাৰ ! এই তোমাৰ বিচাৰ ! হায় ! হায় ! আজি ভৰফুলীয়া গোলাপ পাহি যেন পৰুৱাই কুটি লেৰেলা পেলালে ! দুৰ্য্যোধন ! তুমি এনে নিৰ্দ্দয় ! এনে কুটিল ! তোমাৰ ঈৰ্ষা জুইয়ে কিমান প্ৰাণীক দগ্ধ কৰিছে ! তোমাৰ পাপৰ পৰাই ৰাজ্যত এই অশা[illegible] প্ৰজাৰ মনত এই শোক-জুই । নহয়, এই সময়ত অলপ উপকাৰ অৱশ্যে কৰিব লাগে । নহলে ইমান দিন আমাক খুৱাই-বুৱাই মৰম-চেনেহকৈ ৰখা অসাৰ্থক । এনে ভাৱে কাম কৰিব লাগিব যেন মূৰৰ গাৰুটিয়েও ভূ নেপায় । ৰাতি নো অকলৈ ইমান হাবিৰ মাজেদি যাওঁ কেনেকৈ ? তাতে আকৌ তিৰোতা মানুহ ; খোজে পতি বিপদ ! খোজে পতি ভয় : দেশত এইখন যুদ্ধ-বিগ্ৰহ ; কত গুপ্তচৰ ভমৰিবই লাগিছে । ৰাতি অকলে যোৱাটো যুক্তি সঙ্গত নহয় । লগত বাৰু নিওঁ কাক ? আজি কালি গাৰ ছায়াটোৰো বিশ্বাস নাই । [ক্ষন্তেক

ভাবি] টকৰু বাপুকে লৈ যাওঁ। সময়ৰ শৰত এটা বুধি কৰি আঁতৰাই দিলেই হব। [ফুটাই] বাপু আছানে?

টকৰু—ওঁ, আছোঁ। কোন সেইটি? সুমথিৰা নে?

সুমথিৰা—[বাহিৰৰপৰা] বাৰু বাপু! আজি দেখিছোঁ নহয়। অ! বাহিৰেহে নমো নমো! ভিতৰি দেখোঁ কেৰ্ৰা-ভাতুৰি।

টকৰু—[কেওঁপিনে চকু ফুৰাই] ক'তা হে? তোমাৰ দেখোঁ কথাৰে তৎ ধৰিব নোৱাৰোঁ। কোন নো সেইটি? ভিতৰলৈ আহাছোন বাৰু।

সুমথিৰা—তুমিনো কি কৰিছা?

টকৰু—ভাত খাইছোঁ। [সুমথিৰা সোমাই ওচৰতে বহে]

সুমথিৰা—পাচে, চৰুটো আৰু ভাতখিনি পেলনি গল নহয়?

টকৰু—কিয়বা?

সুমথিৰা—ডুমুনী সোমালেও নো বামুণৰ চৰু থাকে নে?

টকৰু—তুমি জানো তা'লকে ডুমুনী?

সুমথিৰা—তুমি নো কি বুলিছিলা? ইমান দিন ৰজাৰ ঘৰত কাম কৰিলা, ময়ো সেই ঘৰতে ইমান দিন আছোঁ তথাপি কুলটিৰে ভু পোৱা নাই। অ! বামুণী বুলি ভাবিহে হবলা মাজে সময়ে দেখা পালে চুলুং চালাং কৰা?

টকৰু—এঃ, যোৱাহে; ধেমালি নকৰিবা। ৰবা; মই ভাত কেইটা খাই লওঁ। [খাবলৈ ধৰে]

সুমথিৰা—এইটো বামুণ নে ৰাইকস ? খঁকটো টিক-নিৰ আগতে বান্ধি লৈ ফুৰায় । ভাতত দিয়া কঁঠালৰ গুটিৰে ভাত খাজেহে খাঁজে । পাচে তুমি খাবা । আমি হবলা ইয়াতে কুকুৰৰ দৰে চাই থাকিবলৈ আহিছোঁ ? বাৰু খোৱাঁ। [ যাবলৈ ধৰে ]

টকৰু—ৰবাহে ; খং কৰিছা কেলেই ? বহাচোন খন্তেক ; ইমান ৰাতি কি কথাৰে আহিলা নোকোৱাকৈ যোৱানে ? [ হাতত ধৰি বহুৱাই ]

সুমথিৰা—ছিঃ ! ভাতখিনি চুৱা গল নহয় ?

টকৰু—[ ইপিনে সিপিনে চাই ] বিশ্বাসত এইখিনি চুৱা নামানিলেও চলে । বিশেষত বামুণৰ আচাৰে শুচি । আজি তোমাৰ চকুজুৰীয়ে বহুত কথা কবলৈ বিচাৰিছেহে । কোৱাচোন বাৰু, কি কথাৰে আহিলা । সুমথিৰাৰ মুখলৈ চাই থাকে ]

সুমথিৰা—তুমি বাৰু খোৱা ; মই কওঁ । ক[illegible] হলে শকত। শপত নেখালে কবলৈকো টান ।

টকৰু—এঃ ৰাম ৰাম ! মোকো ইমান অবিশ্বাস কৰানে ? বাৰু তোমাৰ শপত, লখিমিৰ শপত কাকো নকওঁ ।

সুমথিৰা—তুমি খাবলৈ এৰি মোৰ মুখলৈ চাই থাকিলে কিন্তু নকওঁ। তুমি খোৱাচোন বাৰু । [ টকৰুৱে খাবলৈ ধৰে ] পিচে দেশ-কালৰ গতি দেখিছা নহয় ? সু ! সম্পদৰ ঠাইত বিপদ আপদ ভৰিলহি । কাৰো মনত শান্তি নাই । তাতে বোলোঁ এই দৰে লোকৰ গোলামী কৰি জীৱনটো নিয়াম নে ?

ভাল লগৰীয়া পোৱা হেতেন এফালে আঁতৰি যাবৰহে মন।

টকৰু—হুঁ! কি কৈছা? কি কৈছা? [থৰক বৰক কৰে]

সুমথিৰা—কাণেৰেও খোৱানে কিহে? কাণখনি বাৰু এই পিনে থবাচোন।

টকৰু—কোৱা; মই শুনি আছোঁ। কিবা বোলেনে আঁতৰাব কথা কৈছিলা। তোমাৰ নিচিনা গাভৰুবনো আকৌ লগৰীয়া পাবলৈ চিন্তা কি? পিচে লাগে ভাল লগৰীয়া। [ ভাবে আৰু খাবলৈ ধৰে

সুমথিৰা—মাৰা তোমাৰ থকটো। ভালেতোহে পেটটি সকসুৰাকৈ এখনি মাৰ নাও যেন হৈছে। আঙ্গুলিৰে চুকি পোৱা নহয়মানে ঠাহা, মই যাওঁ এতিয়া। কথা শুনোঁতে কেনেবাকৈ অলপ খালি হৈ থাকিব পিচে। [ যাবলৈ খোজে ]

টকৰু।—মোৰ শপত খং নকৰিবা। এইয়া মোৰ খাই হলেই। [ হাত মুখ ধোৱে ] বাৰু, মুহুদি পাচতো কৰিম। কোৱাচোন কি মনেৰেনো আহিছিলা?

সুমথিৰা—[ টোপোলা দেখুৱাই ] বোলোঁ। আমি ওলায়ে আহিছো, তোমাৰ মত হলে বাহিৰে বাহিৰে ফাইদাং মাৰিবৰে মন।

টকৰু—যোৱা; পেংলাই নকৰিবা। মোৰে শপত কোৱা-চোন, কি কথাৰে আহিলা?

সুমথিৰা—কেন্তে তোমাৰ মন নাই। ধেমালি কৰিবলৈ মানুহে ইমান ৰাতি কৰবালৈ যায় জানো?

টকৰু—মোৰে শপত, সঁচানে ?

সুমথিৰা--সঁচা ।

টকৰু—তেন্তে একো কথা নাই । কিন্তু ৰাতিতে নগৈ এঠাইত লুকাই থাকি কালি পুৱা গলে নহয় জানো ?

সুমথিৰা—ভাল কথা কৈছা। ৰঙ্গা পাগুৰি পকাই ফুৰিবই লাগিছে । পাছে যদি দুইকো 'পাকুৰি' লয় তেন্তে নাক যে যাবই, জাতি লৈও টানা-টানি হব ।

টকৰু—তেন্তে মোৰ কাপোৰ-কানি দুডোখৰ বান্ধি লওঁ ?

সুমথিৰা—এবা, সোনকালে ওলাবহে লাগে। তেহেলৈ বামুণেই মৰক বা লগুণেই ছিগক আজি ৰাতিৰ ভিতৰতে ইয়াবপৰা আতৰিবই লাগে !

টকৰু—তেন্তে বলা ।

[ দুইৰো প্ৰস্থান ]

---

# তৃতীয় অঙ্ক ।

## প্ৰথম গৰ্ভাঙ্ক ।

### হাবিৰ মাজ বাট ।

সুমথিৰা আৰু টকৰু ।

সুমথিৰা—শুনিছানে দেউ। আমি কিবা বোলেনে অবলা জাতি ; যেয়ে সেয়ে আমাক সহজে চলে । সেই দেখি

কথা-বতৰাবোৰ এতিয়াই ঠিক কৰি লোৱা ভাল। পিছে আমাৰ জাত কুল মাৰি এফলীয়া কৰিব নোৱাৰা। তুমি হওঁতে উত্তম কুলৰ পুৰুষ। জানোচা জন-সমাজৰ গৰিহণাৰ ভয়ত কেনেবাকৈ অনাথিনী কৰা।

টকৰু—এঃ ৰাম! ৰাম! এনে কথা কোৱানে? কিহৰ লাজ? বামুণে চাৰিও বৰ্ণৰ তিৰোতা সামৰিবৰ বিধি আছে।

সুমথিৰা—পাচে তুমি খোজ ঢিলাকৈ দিছা কিয়?

টকৰু—ইঃ ৰাম! ৰাম! বৰ কথাটো হল। ভালেহে মনত কিবাটো এৰিলোঁ। কিবাটো এৰিলোঁ। যেন লাগি আহিছে। খন্তেক ৰবা দেই; মই পাকতে লৈ আহোঁগৈ।

সুমথিৰা—বনৰ মাজত এৰি যোৱা ফাকটিটো পাতি-লানে? কিনো ডাঙ্গৰ বস্তুটো এৰি আহিলা?

টকৰু—মোৰ সেই পুথিখন আৰু পিঠাগুৰিগাল।

সুমথিৰা—তোমাৰ নিচিনা বামুণকনো আকৌ পুথি লাগিছেনে? চেমনধন পুথিৰ কথা কৈছানে কি?

টকৰু—নহয়, কিবা বোলেনে সেই গা ধোৱা পুথিখন।

সুমথিৰা—থোৱাঁ তোমাৰ পিঠাগুৰি আৰু গা ধোৱা পুথি। বেগাই খোজ লোৱা। নহলে "পাহাৰাওয়ালাৰ" হাতত দুইবো নাক কাণ যাব আজি।

টকৰু—পুথিৰ বাৰু উপায় পাইছোঁ। মনতে আছে; পাচে পৰে লিখি ললেও হব। চাওচোঁন বাৰু এবাৰ আও-ৰাই; মনত আছে নে নাই। "ওঁ নমো বিষ্ণু, নমো ৰুদ্ৰ,

গণেশায় নমো নমঃ”। আহিব ; পিচে পিঠাগুৰিৰ পবাহে মৰণ হল। পেট শুকাই মৰিব লাগিব।

সুমথিৰা—ভূত-জৰা মন্ত্ৰ নাগাবাহে বাপু ! এইখন জাৰণি শুদা নহয়।

টকক—[ ভয়ত সোঁতমোত খাই সুমথিৰাৰ আঁচলত ধৰে ]

সুমথিৰা—কনকনাই খোজ লৈছা দেখোঁ। ওপৰতে পৰিছা কিয়হে ? পেলাই মাৰিব খুজিছানে কি ? [ পিচলৈ চাই ] বিহাখনত ধৰিছা কেলেই ?

টকক—নহয়, মই কথা এটাহে কব খুজিছিলোঁ। বোলোঁ, মানিকীকো মাতি লৈ যাওঁনে কি ?

সুমথিৰা—কিয় ? তোমাৰ জানো ভয় লাগিছে ?

টকক—ইঃ ! তুমি লগত থাকোঁতে আকৌ [illegible] ? ৰাতিৰ ভিতৰতে কোনোবাখন ধুপুৰি মাৰি আহিবগে পাৰোঁ।

সুমথিৰা—অ, বুজিছোঁ। তুমি মানিকীক এৰি যাব নোৱাৰা। আমাক জীয়াতু দিবলৈ ; বাক বুজাগল তোমাৰ মন। [ ঠিয় দিয়ে ]

টকক—ৰ'লা দেখোঁ।

সুমথিৰা—এৰা ; তুমি মানিকীৰে সৈতে যোৱাগৈ। আমাকনো কেলেই ?

টকক—মোৰে শপত বলা। নিনিওঁ মানিকীক। ধেমালিহে কৰিছিলোঁ।

সুমথিৰা—[ খোজচেৱেক গৈ ] ৰবাহে বাপু ! মোৰো দেখোঁ মনত ভয় লাগিছে। গাণ এটাকে গোৱা নহয় ? তাৰে সাহতে খোজচেৱেক যাওঁ ।

পিলু—খেম্‌টা

টকক—খোপাত মালতী চাকি কিয়নো পিন্ধিলা ।
মিচিকি মিচিকি হাঁহি মন মোৰ হৰি নিলা ॥
গোলাপী আতৰে, লঙ্গে জাইফলে,
তামোল খাই ঠোঁট দুটি ৰাঙ্গলী কৰিলা ।
ঠেও ধৰা কথা, শুনিবলৈ মিঠা,
চকুৰে ঠাৰ মাৰি পগলা কৰিলা ॥

সুমথিৰা—দেউ ! ৰাগিণী অলপ ঢিলাকৈ টানিবা। ধোবাপটিৰ ওচৰ পাইছোঁহি। পিচে লাভৰ ভিতৰত কাপোৰৰ মোট কঢ়িয়াব লাগিব ।

টকক—এঃ, যোৱাহে। তুমি কেৱল ভূত ভূতকৈ-থাকা। আস্তিক গুৰু, গৰুন্দ, গৰুন্দ ।

সুমথিৰা—কিয় ! অথনি ভূত-জৰা মন্ত্ৰ গাইছিলা নহয় ! তাকে গাই দিলে ভূত আঁতৰি নাযাব জানো ?

টকক—[ ঠক্‌ ঠক্‌কৈ কঁপি ] এ, মোৰে শপত জীউটি মনে মনে থাকা ।

সুমথিৰা—মনে মনে থাকিলে যে মোৰ ভয় লাগে।

টকক—সেই দেখিহে মই মানিকীকো আনিব খুজিছিলোঁ। বোলোঁ তিনটা হলে একো চিন্তা নাই ।

সুমথিৰা—[ জোপা এটালৈ আঙ্গুলিয়াই ] দেউ ! দেউ ! সেইটি কি ? অ, আই, দাঁত কেইটা কেনে পাক খোৱা ! ভূত ঔ ভূত ! পিশাচ ! মৰিলোঁ আজি ! দেউ ! দেউ ! ধৰা ! ধৰা !

টকক—অ আই মৰিলোঁ ! বোপাইহঁত কোন ক'ত আছ ঔ ! বেগাই আহ। [ ভিৰাই ধৰি পিচলৈ লৰ মাৰে ]

সুমথিৰা—তিৰোতাই কৰিব নোৱাৰে এনে কাম নাই। বিটলিয়াৰ কি সাইধ মোৰ "মতলপ" বুজিব ! হওক তেও, পৰমেশ্বৰৰ অনুগ্ৰহত মোৰ আশা সফল হোৱাৰ আগন্তুক হল। ছাউনী পালোঁ গৈ। যাওঁ, এতিয়া কোঁৱৰক উষাৰ বাতৰি দিওঁ গৈ।

[ প্ৰস্থান ]

---

## দ্বিতীয় গৰ্ভাঙ্ক।

### উত্তৰাৰ শোৱনি-ঘৰ।

খাম্বাজ—একতালা

তোমাক এৰি কেনেকৈ থাকিম ( এ ) প্ৰাণনাথ।
তব মুখ চন্দ্ৰ বিনে, শূন্য দেখোঁ ত্ৰিভুবন,
শূন্য এই নাৰী হিয়া প্ৰাণধন অবিহনে।
শোক জুইয়ে মাৰে পুৰি, প্ৰাণ মোৰ যায় উৰি,
দেখা দিয়া প্ৰাণ ৰাখোঁ, কাকুতি কৰোঁ চৰণে॥

উত্তৰা—উঃ! কি ভয়ানক যন্ত্ৰণা। চিন্তা-জুইৰ কি ভয়ানক তাপ! বিধাতাৰ বিধি; দুখ কেতিয়াও অকলৈ নাহে। মানুহৰ গাৰ লোমেও শত্ৰু। চেলু পাই মনে আজি মোক ইমান শতুকু শালিছে। আজি নিদ্ৰাদেবীৰ কৃপাৰপৰাও বঞ্চিত হলোঁ। তেন্তে সঁচাকৈয়ে নাথৰ কিবা বিপদ হৈছেনে কি? নেই মোৰ মনে গঢ়া ভাৱহে? নহলেনো বাৰু ইমান পৰে নাহিল কিয়? আগে-পাচেতো কেতিয়াও এইদৰে পাহৰি নাথাকে। সখি যাবৰ ইমান পৰ হল; আমো নাই ফৰ্ম্মু-টিও নাই। কি কৰোঁ? কলৈ যাওঁ? কেনেকৈ মনক শাঁত কৰোঁ? নাথ আপুনি যে মোক ইমান বেজাৰ দিব, এই কথা মই সপোনতো ভবা নাছিলোঁ।

( অভিৰ প্ৰবেশ )

অভি—[ এফলীয়াকৈ ] মোৰে কথা কৈছিল হবলা! ( ফুটাই ) ই কি? ই কি? এনে বিষন্ন বদন কিয়? মই গলোঁ আৰু আহিলোঁ; ইয়াৰ ভিতৰতে ইমান পৰিবৰ্ত্তন! লাহৰি! তোমাৰ কি হৈছে কোৱা। তোমাৰ মুখ মলিন আৰু বিমৰ্ষ দেখি মোৰ মন বৰ চঞ্চল হৈছে। তুমি সোনকালে ফুটাই কোৱা।

উত্তৰা ( তললৈ মূৰ কৰি নেমাতি থাকে )

খাম্বাজ—ঠুংৰি।

অভি—আজি কিয় প্ৰিয়ে তুমি মুখেৰে নামাতা মোক॥
নাজানো কি দোষে দিয়া এতেক দাৰুণ শোক।

শুদা ডিঙ্গি শুদা কাণ, কৰি আছা অপমান,
কণ্ঠাগত মোৰ প্ৰাণ, দিয়া মোক সমিধান।
বাক্য সুধা দান কৰি, লোৱাহি সজীৱ কৰি,
চাতক তোমাৰ প্ৰিয়ে নহলে যাব ই প্ৰাণ।

উত্তৰা—গল নিশা বৰ বিমঙ্গলীয়া সপোন এটা দেখি ভয় খাইছোঁ।

অভি—প্ৰিয়ে! কি সপোন দেখিছিলা কোৱাচোন।

উত্তৰা—( অভিৰ গলত সাবতি ধৰি ) নাথ! মই সেই কথা কব নোৱাৰোঁ। তেনে কথা মুখত ফুটি ওলাব নোখোজে। মোৰ হিয়াৰ ভিতৰত কিহে দুৰ্, দুৰ্ কৰিছে কব নোৱাৰোঁ।

অভি—অলপ স্থিৰ হোৱা; সমাজিক দেখি ইমান ভয় খাইছা কিয়? জগদীশ্বৰ শ্ৰীকৃষ্ণ যাৰ সহায়, ত্ৰিভুবন বিজয়ী অৰ্জ্জুন যাৰ শহুৰ, অভিমন্যু যাৰ স্বামী, তেনে উ[illegible] অমঙ্গল হব পাৰে নে?

উত্তৰা—নাথ! আজি আপুনি যেন সুন্দৰ বীৰ–সাজ পিন্ধি বহু সৈন্যৰ মাজত সোমাই ভয়ানক যুদ্ধ কৰিছে। বিপক্ষ সৈন্য ছিন্ন-ভিন্ন হৈ যুদ্ধ স্থলত হাহাঁকাৰ কৰিবলৈ ধৰিলে। মহা মহা ৰথীসকল আপোনাৰ হাতত পৰাস্ত হল। বিপক্ষ দল আপোনাৰ পৰাক্ৰমত অস্থিৰ হল। পাছে দেখিলোঁ, সাত ফালৰপৰা সাতজন কাপুৰুষ যোদ্ধা আহি আপোনাৰে সৈতে যুদ্ধ আৰম্ভ কৰিলে। এবাৰ নহয়, দুবাৰ নহয়, ক্ৰমাগত সাতবাৰ সিহঁত আপোনাৰ হাতত পৰাস্ত হৈ

পলায় গল। তাৰ পাচত সিহঁতৰ লগত যুজোতে যুজোতে আপোনাৰ শৰ ধনু টুকাই গল। কাপুৰুষহঁতে সুযোগ পাই আপোনাক বেঢ়ি ধৰিলে। তথাপি আপুনি সিহঁতৰ লগত যুজি আছিল। শৰাঘাতে আপোনাৰ সৰ্ব্ব শৰীৰ থকাসৰকা হল আৰু আপুনি অচেতন হৈ মাটিত পৰিল। এনেতে নাথ! নাথ! [অভিৰ গলত ধৰি কান্দিবলৈ ধৰে]

অভি—প্ৰিয়ে নাকান্দিবা। ই সপোনৰ কথাহে! তাৰ পাচত কি হল কোৱাছোন; আধাকোৱাকৈ নেৰিবা।

উত্তৰা—তাৰ পাচত কি হল সেই কথা, কাটি পেলালেও মোৰ মুখৰপৰা নোলায়।

অভি—তাৰ পিচত আৰু কি দেখিলা?

উত্তৰা—আমি সকলে হাঁহাকাৰ কৰি কান্দিলোঁ, এনেতে ওপৰৰপৰা এখন বিতোপন ৰথ নামি আহিল আৰু আপোনাক তুলি লৈ বিমানলৈ উঠি গল। মই হতভাগিনায়ে আপোনাক কত কাকুতি মিনতি কৰিলোঁ, তথাপি ৰথখন নৰখালে। ৰথৰপৰা বিঙ্গিয়াই কৈ গল "উত্তৰা! বিদায়; কাইলৈ আমি আকৌ একেলগ হমহঁক।" মই শুনিয়েই মুচকচ গলোঁ। এনেতে সাৰ পালোঁ।

অভি— প্ৰিয়ে! সমাজিক দেখিয়ে মানুহে ভয় খাইনে? বিশেষত তুমি ক্ষত্ৰিয়কুমাৰী। সমাজিক মনৰ ভেঙ্গুচালি মাথোন। শুই থাকোঁতে একো কাম নাই দেখি মনে এইবোৰ সাজি-পাৰি ধেমালি কৰি ফুৰে। ই কেতিয়াও সঁচা নহয়।

শুদা ডিঙ্গি শুদা কাণ, কৰি আছা অপমান,
কণ্ঠাগত মোৰ প্ৰাণ, দিয়া মোক সমিধান।
বাক্য সুধা দান কৰি, লোৱাহি সজীৱ কৰি,
চাতক তোমাৰ প্ৰিয়ে নহলে যাব ই প্ৰাণ।

উত্তৰা—গল নিশা বৰ বিমঙ্গলীয়া সপোন এটা দেখি ভয় খাইছোঁ।

অভি—প্ৰিয়ে! কি সপোন দেখিছিলা কোৱাচোন।

উত্তৰা—( অভিৰ গলত সাবতি ধৰি ) নাথ! মই সেই কথা কব নোৱাৰোঁ। তেনে কথা মুখত ফুটি ওলাব নোখোজে। মোৰ হিয়াৰ ভিতৰত কিহে দুৰ্ দুৰ্ কৰিছে কব নোৱাৰোঁ।

অভি—অলপ স্থিৰ হোৱা; সমাজিক দেখি ইমান ভয় খাইছা কিয়? জগদীশ্বৰ শ্ৰীকৃষ্ণ যাৰ সহায়, ত্ৰিভুবন বিজয়ী অৰ্জ্জুন যাৰ শহুৰ, অভিমন্যু যাৰ স্বামী, তেনে উত্তৰাৰ অমঙ্গল হব পাৰে নে?

উত্তৰা—নাথ! আজি আপুনি যেন সুন্দৰ বীৰ-সাজ পিন্ধি বহু সৈন্যৰ মাজত সোমাই ভয়ানক যুদ্ধ কৰিছে। বিপক্ষ সৈন্য ছিন্ন-ভিন্ন হৈ যুদ্ধ স্থলত হাহাঁকাৰ কৰিবলৈ ধৰিলে। মহা মহা ৰথীসকল আপোনাৰ হাতত পৰাস্ত হল। বিপক্ষ দল আপোনাৰ পৰাক্ৰমত অস্থিৰ হল। পাছে দেখিলোঁ, সাত ফালৰপৰা সাতজন কাপুৰুষ যোদ্ধা আহি আপোনাৰে সৈতে যুদ্ধ আৰম্ভ কৰিলে। এবাৰ নহয়, দুবাৰ নহয়, ক্ৰমাগত সাতবাৰ সিহঁত আপোনাৰ হাতত পৰাস্ত হৈ

পলায় গল। তাৰ পাচত সিহঁতৰ লগত যুজোতে যুজোতে আপোনাৰ শৰ ধনু ঢুকাই গল। কাপুৰুষহঁতে সুযোগ পাই আপোনাক বেঢ়ি ধৰিলে। তথাপি আপুনি সিহঁতৰ লগত যুজি আছিল। শৰাঘাতে আপোনাৰ সৰ্ব্ব শৰীৰ থকাসৰকা হল আৰু আপুনি অচেতন হৈ মাটিত পৰিল। এনেতে নাথ! নাথ! [অভিৰ গলত ধৰি কান্দিবলৈ ধৰে]

অভি—প্ৰিয়ে নাকান্দিবা। ই সপোনৰ কথাহে! তাৰ পাচত কি হল কোৱাছোন; আধাকোৱাকৈ নেৰিবা।

উত্তৰা— তাৰ পাচত কি হল সেই কথা, কাটি পেলালেও মোৰ মুখৰপৰা নোলায়।

অভি—তাৰ পিচত আৰু কি দেখিলা?

উত্তৰা—আমি সকলে হাঁহাকাৰ কৰি কান্দিলোঁ, এনেতে ওপৰৰপৰা এখন বিতোপন ৰথ নামি আহিল আৰু আপোনাক তুলি লৈ বিমানলৈ উঠি গল। মই হতভাগিনায়ে আপোনাক কত কাকুতি মিনতি কৰিলোঁ, তথাপি ৰথখন নৰখালে। ৰথৰপৰা বিঙ্গিয়াই কৈ গল "উত্তৰা! বিদায়; কাইলৈ আমি আকৌ একেলগ হমহঁক।" মই শুনিয়েই মুচকচ গলোঁ। এনেতে সাৰ পালোঁ।

অভি— প্ৰিয়ে! সমাজিক দেখিয়ে মানুহে ভয় খাইনে? বিশেষত তুমি ক্ষত্ৰিয়কুমাৰী। সমাজিক মনৰ ভেঙ্গুচালি মাথোন। শুই থাকোঁতে একো কাম নাই দেখি মনে এইবোৰ সাজি-পাৰি ধেমালি কৰি ফুৰে। ই কেতিয়াও সচাঁ নহয়।

উত্তৰা— নাথ ! আপোনাৰ আজি নতুন সাজ কেলেই ?

অভি— প্ৰিয়ে ! আজি মোৰ বৰ সৌভাগ্যৰ দিন ; আজি মই পাণ্ডৱ বাহিনীৰ সেনাপতি। তোমাৰ ওচৰত বিদায় হই যুদ্ধক যাবলৈ আহিছোঁ। যুদ্ধৰপৰা উভতি আহি তোমাৰ এই নকৈ ফুলা গোলাপ পাহী যেন ধুনীয়া মুখখনি চাই যুদ্ধৰ ভাগৰ পলুৱামহি। এতিয়া প্ৰফুল্লচিত্তে বিদায় দিয়া।

উত্তৰা—ই নিশ্চয় গৌৰৱৰ কথা। কিন্তু ইমানবোৰ মহাৰথী থকাতো আপোনাৰ নিচিনা কোমল বয়সৰ বীৰক দ্ৰোণ হেন প্ৰবীণ মহাৰথীৰ লগত যুদ্ধ কৰিবলৈ পঠোৱাটো যুক্তি সঙ্গত হোৱা নাই। সমানে সমানে যুদ্ধই হে ৰণ-নীতি।

অভি--প্ৰিয়তমে ! তোমাৰ নিচিনা ক্ষত্ৰিয় বংশজাত বীৰ কুমাৰীৰ মুখত এনে কথা শোভা নাপায়। মই ত্ৰিভুবন বিজয়ী গাণ্ডিবীৰ পুত্ৰ। দ্ৰোণাচাৰ্য্যে অদ্ভুত চক্ৰবেহু আজি তুমুল যুদ্ধ কৰিছে আৰু জয়দ্ৰথে অতুল প্ৰতাপে বূহদ্বাৰ ৰক্ষা কৰিছে। পিতাদেৱ নাৰায়ণী সেনাৰ লগত যুদ্ধত ব্যস্ত। অন্য কোনো ৰথীয়ে এই বেহু ভেদ কৰিব নাজানে। মোৰ বাহিৰে চক্ৰবেহু ভেদ কৰে এনে সেনাপতি আৰু নাই। দ্ৰোণাচাৰ্য্যে প্ৰতি মূহুৰ্ত্তে মহাৰাজ যুধিষ্ঠিৰক ধৰিবলৈ আছে। এনে স্থলত মই কাপুৰুষৰ দৰে নিশ্চিন্ত হৈ পিতৃকুলৰ অমঙ্গল চাই থাকিলে এই কলঙ্ক ৰাখিবৰ ঠাই ত্ৰিভুবনত নহব তুমি কি ভাবিছা যে দ্ৰোণাচাৰ্য্য মোতকৈ অধিক বলী আৰু ডাঙৰ বীৰ ?

উত্তৰা – নাথ ! দাসীৰ অপৰাধ মাৰ্জ্জনা কৰিব। চক্ৰবেহু ভেদ প্ৰণালী যে আন কোনেও নাজানে এনে জটীল প্ৰণালী আপুনি কাৰ ঠাইত শিক্ষা কৰিছিল।

অভি -- প্ৰনয়িণী ! মই যেতিয়া মাতৃগৰ্ভত আছিলোঁ মোমাইদেৱে পিতৃ দেৱতাক ব্যূহভেদ মন্ত্ৰ দিওঁতে মাতৃদেবী ওচৰতে শুনি আছিল। কিন্তু নিগম মন্ত্ৰ কোৱা সময়ত মাতৃ দেবীৰ আৰু তেওঁৰ লগতে মোৰও টোপনী আহিল ; গতিকে নিগম শিক্ষা নহল। সেইবাবে একো চিন্তা নাই। কাৰণ বৃকোদৰ আদি ৰথীসকল মোৰ লগত যাব। কাজেই কুৰু–সৈন্য বিনাশ কৰি ব্যূহৰপৰা ওলাই আহাত একো মস্কিল নহব।

উত্তৰা – আপোনাৰ গৌৰৱ পথত কাঁইট কৰলৈ মোৰ সমূলি ইচ্ছা নাই ; কিন্তু কি কুক্ষণত জানো সেই বিমঙ্গলীয়া সপোনটো দেখিলোঁ। তেতিয়াৰেপৰা মোৰ সোঁ-হাত সোঁ-চকু লৰিবলৈ ধৰিছে। যদি একান্ত আপুনি যাবই তেন্তে অনু-গ্ৰহ কৰি মোৰ আগত ঠিয় হওঁক ; আপোনাৰ সুন্দৰ মূৰ্ত্তি-খন এবাৰ চাই লওঁ; আৰু যুদ্ধৰ সাজবিলাক মই নিজ হাতে ভালকৈ পিন্ধাই দিওঁ।

[ সাজ পিন্ধাই দিয়ে ]

ভীম – (বাহিৰৰপৰা) অভিমন্যু ! পলম হল সোনকালে ওলাই আহা। আমাৰ সুসজ্জিত সৈন্যবিলাক বৰ অধৈৰ্য্য হৈছে

উত্তৰা— নাথ ! আপোনাৰ আজি নতুন সাজ কেলেই ?

অভি— প্ৰিয়ে ! আজি মোৰ বৰ সৌভাগ্যৰ দিন ; আজি মই পাণ্ডৱ বাহিনীৰ সেনাপতি। তোমাৰ ওচৰত বিদায় হই যুদ্ধক যাবলৈ আহিছোঁ। যুদ্ধৰপৰা উভতি আহি তোমাৰ এই নকৈ ফুলা গোলাপ পাহী যেন ধুনীয়া মুখখনি চাই যুদ্ধৰ ভাগৰ পলুৱামহি। এতিয়া প্ৰফুল্লচিত্তে বিদায় দিয়া।

উত্তৰা—ই নিশ্চয় গৌৰৱৰ কথা। কিন্তু ইমানবোৰ মহাৰথী থকাতো আপোনাৰ নিচিনা কোমল বয়সৰ বীৰক দ্ৰোণ হেন প্ৰবীণ মহাৰথীৰ লগত যুদ্ধ কৰিবলৈ পঠোৱাটো যুক্তি সঙ্গত হোৱা নাই। সমানে সমানে যুদ্ধই হে ৰণ-নীতি।

অভি—প্ৰিয়তমে ! তোমাৰ নিচিনা ক্ষত্ৰিয় বংশজাত বীৰ কুমাৰীৰ মুখত এনে কথা শোভা নাপায়। মই ত্ৰিভুবন বিজয়ী গাণ্ডিবীৰ পুত্ৰ। দ্ৰোণাচাৰ্য্যে অদ্ভুত চক্ৰবে[illegible] আজি তুমুল যুদ্ধ কৰিছে আৰু জয়দ্ৰথে অতুল প্ৰতাপে ব্যূহদ্বাৰ ৰক্ষা কৰিছে। পিতাদেৱ নাৰায়ণী সেনাৰ লগত যুদ্ধত ব্যস্ত। অন্য কোনো ৰথীয়ে এই ব্যেহু ভেদ কৰিব নাজানে। মোৰ বাহিৰে চক্ৰবেহু ভেদ কৰে এনে সেনাপতি আৰু নাই। দ্ৰোণাচাৰ্য্যে প্ৰতি মূহুৰ্ত্তে মহাৰাজ যুধিষ্ঠিৰক ধৰিবলৈ আছে। এনে স্থলত মই কাপুৰুষৰ দৰে নিশ্চিন্ত হৈ পিতৃকুলৰ অমঙ্গল চাই থাকিলে এই কলঙ্ক ৰাখিবৰ ঠাই ত্ৰিভুবনত নহব তুমি কি ভাবিছা যে দ্ৰোণাচাৰ্য্য মোতকৈ অধিক বলী আৰু ডাঙৰ বীৰ ?

উত্তৰা – নাথ ! দাসীৰ অপৰাধ মাৰ্জ্জনা কৰিব। চক্ৰবেহু ভেদ প্ৰণালী যে আন কোনেও নাজানে এনে জটীল প্ৰণালী আপুনি কাৰ ঠাইত শিক্ষা কৰিছিল।

অভি -- প্ৰনয়িণী ! মই যেতিয়া মাতৃগৰ্ভত আছিলোঁ মোমাইদেৱে পিতৃ দেৱতাক ব্যূহভেদ মন্ত্ৰ দিওঁতে মাতৃদেবী ওচৰতে শুনি আছিল। কিন্তু নিগম মন্ত্ৰ কোৱা সময়ত মাতৃ দেবীৰ আৰু তেওঁৰ লগতে মোৰও টোপনী আহিল ; গতিকে নিগম শিক্ষা নহল। সেইবাবে একো চিন্তা নাই। কাৰণ বৃকোদৰ আদি ৰথীসকল মোৰ লগত যাব। কাজেই কুৰু–সৈন্য বিনাশ কৰি বূহৰপৰা ওলাই আহাত একো মস্কিল নহব।

উত্তৰা – আপোনাৰ গৌৰৱ পথত কাঁইট কৰলৈ মোৰ সমূলি ইচ্ছা নাই ; কিন্তু কি কুক্ষণত জানো সেই বিমঙ্গলীয়া সপোনটো দেখিলোঁ। তেতিয়াৰেপৰা মোৰ সোঁ-হাত সোঁ-চকু লৰিবলৈ ধৰিছে। যদি একান্ত আপুনি যাবই তেন্তে অনু-গ্ৰহ কৰি মোৰ আগত ঠিয় হওঁক ; আপোনাৰ সুন্দৰ মূৰ্ত্তি-খন এবাৰ চাই লওঁ ; আৰু যুদ্ধৰ সাজবিলাক মই নিজ হাতে ভালকৈ পিন্ধাই দিওঁ।

[ সাজ পিন্ধাই দিয়ে ]

ভীম – (বাহিৰৰপৰা) অভিমন্যু ! পলম হল সোনকালে ওলাই আহা। আমাৰ সুসজ্জিত সৈন্যবিলাক বৰ অধৈৰ্য্য হৈছে

অভি– প্ৰিয়ে! তেন্তে এতিয়া বিদায় কৰোঁ।

উত্তৰা – (অভিৰ হাতত ধৰি) ভাল, যাওঁক। মা ৰণচণ্ডী আপোনাক সমৰ বিজয়ী কৰক। দাসীৰ অন্তৰাত্মা আপোনাৰ লগতে গল এই কথা যেন নাপাহৰে।

অভি – [উত্তৰাৰ ওঠত ধৰি] প্ৰণয়িনী! প্ৰাণেশ্বৰী! মই যে তোমাক এক মুহুৰ্ত্তও নেদেখিলে থিৰেৰে থাকিব নোৱাৰোঁ। পলকে প্ৰলয় যেন ভাবোঁ; মই এতিয়াই ফিৰি আহিম; একো চিন্তা নকৰিবা। সুমথিৰা! (সুমথিৰাৰ প্ৰবেশ) চোৱা, মোৰ জীৱনৰ জীৱন তোমাৰ ওচৰত থাকিল। তুমি যত্ন কৰি ৰাখিবা; যেন কোনোমতে উদ্বিগ্ন নহয়।

সুমথিৰা – আপোনাৰ যি আজ্ঞা।

অভি – তেন্তে মই এতিয়া যাওঁ।

[প্ৰস্থান]

উত্তৰা - মইনো এতিয়া কি কৰোঁ? প্ৰাণ যে স্থিৰ নহয়; মনেও প্ৰবোধ নামানে।

সুমথিৰা – সখি! এতিয়া কেৱল এক মনে এক ধ্যানে সেই বিপদহাৰী মধুসুদনৰ নাম লোৱা। তেহে বিপদৰ পাৰ পাবা।

উত্তৰা – সখি! ইয়াৰপৰা অইন ঠাইলৈ ব'লা। ইয়াত থাকিলে মোৰ মন কেতিয়াও স্থিৰ নহয়।

সুমথিৰা – এৰা। ব'লা ইয়াৰপৰা যাওঁ।

[দুয়োৰো প্ৰস্থান]

# তৃতীয় গৰ্ভাঙ্ক ।

ৰণ-থলী

অভিমন্যু, জয়দ্ৰথ আৰু সৈন্যগণ

ঝিঝিট— একতালা ।

সৈণ্যগণ——

আজি এৰাহে জীৱনৰ আশা ৰাজা দুৰ্য্যোধন ।
প্ৰতিজ্ঞা কৰিছো আজি বধিম জীৱন ॥ [এই]
অস্ত্ৰ কৰিলে প্ৰহাৰ, তুমি হবাহে সংহাৰ,
কি কৰিব দ্ৰোণে কৰ্ণে আৰু দুশাসনে ?

জয়দ্ৰথ—[বাট আগচি ধৰি] বাপাদেউ ! এইখন ফাং ফুং গাই বেহুৰ মাজত সোমাবলৈ বিচাৰিছা ? কিন্তু জয়দ্ৰথৰ শৰীৰত জীৱ থাকেমানে নোৱাৰিবা ।

অভি—জয়দ্ৰথ ! তুমি নাজানানে, যে অভিমন্যু শ্ৰীকৃষ্ণৰ ভাগিন, আৰু অৰ্জ্জুনৰ পুত্ৰ ? আহা বাৰু, কেনেকৈ বাধা দিয়া চাওঁ ।

[ যুদ্ধ আৰু জয়দ্ৰথৰ মূৰ্চ্ছা ; অভিৰ প্ৰস্থান ]

ভীমৰ প্ৰবেশ ।

জয়দ্ৰথ—[বাট আগচি ধৰি] কি, ভীম ? এইয়ে নে তোমাৰ বীৰত্ব ? জয়দ্ৰথ এতিয়াও জীয়াই আছে । অতবাৰ পৰাস্ত হৈও লাজ্জ হোৱা নাইনে ? বলেৰে নোৱাৰি

চোৰাংকৈ কাৰ্য্য সিদ্ধিৰ বাট বিচাৰিছা। জয়দ্ৰথৰ দেহত প্ৰাণ থাকোঁতে সি কাৰ্য্য নহব।

ভীম— কি কলি পাপাত্মা! মই তোক বলে নোৱাৰি চোৰাংকৈ সোমাব খুজিছোঁ। মই ভীমহে; আন কোনো নহয়। লাজথকা হলে এনে কথা কেতিয়াও তোৰ মুখৰপৰা নোলায়, কতবাৰ মোৰ হাতত পৰিছিলি; কিন্তু ঘিণ কৰি নমৰাৰ কাৰণে তই ইমানদিন জীয়াই আছ। দ্ৰৌপদীহৰণৰ সময়ত তোক কি দুৰ্গতি আৰু লঘু লাঞ্ছনা কৰিছিলোঁ সেই কথা ইমান সোনকালে পাহৰিলিনে? তোৰ নিচিনা নিলাজ আৰু কোন আছে? মোৰ এই যমদণ্ড সম গদা দেখা নাইনে? কাৰ সাধ্য আজি মোৰ হাতৰপৰা তোক ৰক্ষা কৰে? আজি সিন্ধুৰাজৰ জল-পিণ্ডৰ আশা সমূলঞ্চে বিনাশ কৰিম! পামৰ! তোৰ ইমান সাহ! ভীমৰ আগতে এনে দৰ্প। তেত্ৰিশ কোটি দেৱতাৰে লগ লাগি যুঁজিলেও আজি মোৰ হাতত তোৰ মৃত্যু বিধাতাই লিখিছে। আহ, যুদ্ধ দে। পামৰ! আজি গদাৰ বতাহেৰেই তোক উৰুৱাই পঠিয়াম।

[ যুদ্ধ আৰু ভীমৰ মূৰ্চ্ছা ]

জয়দ্ৰথ—আজিৰ দিন বেলেগ। পাচি পাচি খাব পাৰা দেখি তোমাৰ সমান বলী আৰু নাই বুলি ভবা ভ্ৰমটো জয়দ্ৰথে দূৰ কৰিহে এৰিব। আজি মোৰ হাতত পাণ্ডৱৰ মৃত্যু ধুৰুপ। [ ভীম উঠে ]

ভীম—নৰাধম! কোন ডাঙৰ যুদ্ধত জয়লাভ কৰি তোৰ

এনে গৰ্ব্ব হৈছে? আজি তোক মাৰি মনৰ শাল নিশ্চয় উভালিম। তাৰ পাচত দুৰ্য্যোধনৰ শত ভাইৰ প্ৰাণ লৈহে ঘৰলৈ ফিৰি যাম। দ্ৰোণ, কৰ্ণ, বা আন কাৰো ৰাখিবৰ সাধ্য নাই। তোৰ কথাকে নকওঁ, ত্ৰিভুবনৰ সকলো ৰথী একত্ৰ হৈ আহিলেও ভীমে ৰণত ভঙ্গ নিদিয়ে। কি কলি নিলাজ! তই আজি পাণ্ডৱক বধ কৰিবি? তোৰ নিচিনা সৰু মুখত এনে ডাঙৰ প্ৰতিজ্ঞা শোভা পায়নে? তই নিশ্চয় জানিবি যে আজি ব্ৰহ্মশাপত পৰিহে তোৰ এনে মতিছন্ন হৈছে; পামৰ! তোৰ ইমান অহঙ্কাৰ! দাঁতত তৃণ লৈ প্ৰাণ ভিক্ষা মাগি ভীমৰ এই চৰণত ধৰি আহিবৰ কিমান দিন হল? এতিয়া সেই ভীমৰ আগত তোৰ ইমান দৰ্প! আহ, এই গদাৰ কোবত তোৰ মূৰ ভাঙোঁ! দেৱ-দানৱৰ শপত আজি নপলাবি। পলালেও আজি তোৰ ৰক্ষা নাই। আহ, যুদ্ধ দে— [যুদ্ধ কৰি কৰি ভীম আৰু জয়দ্ৰথ ওলাই যায়।]

[ অভি আৰু উলুকৰ প্ৰবেশ ]

উলুক—অভি দাদা! হীনবল জয়দ্ৰথক পৰাস্ত কৰিয়েই নাভাবিবা যে তুমি কুৰু যুদ্ধ জয় কৰিলা। আমি ইয়াতি থাকোঁতে আৰু আগ বাঢ়িব পাৰিবা বুলি আশা নকৰিবা।

অভি— কি কলি নৰাধম? তোৰ নিচিনা এনে মূৰ্খ আৰু অজ্ঞান আছেনে? এই বুদ্ধি তোক কোনে দিলে? তই নিশ্চয় জানিবি যে, ব্ৰহ্মশাপত পৰিহে মোৰ হাতত মৰিবলৈ আহিছ। বাক, মোৰ কেনে প্ৰতাপ এতিয়াই

বুজিবি। ঘৰলৈ ফিৰি যোৱাৰ আশা এৰি পেলা। আজি নিশ্চয় তোক যমৰ ঘৰলৈ পঠিয়াম।

[যুদ্ধ আৰু উলুকৰ মৃত্যু]

বৃষকেতুৰ প্ৰবেশ।

বৃষকেতু—আহা! অভি দাদা! তুমি বৰ বীৰ। হীন-বল জয়দ্ৰথ আৰু বালক উলুকক জয় কৰিয়ে সংসাৰ তৰিলা বুলি ভাবিছা। আজি মোৰ হাতত তোমাৰ মৃত্যু বিধাতাই লিখিছে। আহা বাৰু।

[যুদ্ধ আৰু বৃষকেতুৰ পলায়ন]

[কৰ্ণৰ প্ৰবেশ।]

কৰ্ণ—কি অভি! তোৰ চটফটনিত ৰক্ষা নাইকিয়া হল। পিয়াহ খোৱা লৰা ছুটিক হকুৱাই ভাবিছ যে আজি তোৰ 'বাহাদুৰীৰ' সীমা নাই? কিন্তু এই কথা [illegible]ক জানিবি যে কৰ্ণবীৰৰ হাতৰপৰা আজি সাৰি যোৱা টান।

[যুদ্ধ আৰু কৰ্ণৰ পলায়ন]

অভি—অ অঙ্গৰাজ! অঙ্গৰাজ! পলাইছে কিয়? ৰব, ৰব, আৰু ক্ষন্তেক ৰব। অভিৰ বল বিক্ৰম অলপ পৰীক্ষা কৰি চাই যাওক।

[লক্ষণৰ প্ৰবেশ]

লক্ষণ—দাদা অভি! সকলোৱে তোমাক বৰ বীৰ বুলি শলাগে। আজি মোৰ লগত অলপ যুদ্ধ কৰা। জীৱ লৈ ফিৰি যাব পাৰা যদি তেন্তে তোমাক বাস্তৱিকে বীৰ বুলিম।

অভি—ভাই লক্ষণ! তোক এই কুবুদ্ধি কোনে দিলে? তই পিতাৰেৰৰ বৰ মৰমৰ পুত্ৰ। মোৰ কথা শুন। নিজৰ প্ৰাণ লই ঘৰলৈ ফিৰি যা। তোৰ মুখ নেদেখি মাৰে চাগৈ বৰ ব্যাকুল হৈছে। পণ্ডিতসকলে কৈছে বোলেঃ——

আপদাৰ্থে ধনং ৰক্ষেৎ,
দাৰাণ ৰক্ষেৎ ধনৈৰপি;
আত্মানং সততং ৰক্ষেৎ,
দাৰৈৰপি ধনৈৰপি।

মৰিলে তোৰ লগত কোন যাব? ইমান সুখ সম্পদৰ আশা এৰি কিয় মৰিবলৈ আহিছ? ইষ্ট-বন্ধু জনক-জননী, মোমাই-খুৰা, ভাই-ককাই কোনো লগত নাযায়। মোৰ কথা শুনি নিজৰ প্ৰাণ লই ঘৰলৈ যা। মোৰ লগত যুদ্ধ কৰিব নালাগে।

লক্ষণ—দাদা! তুমি বাস্তবিকে বীৰপুৰুষ হলে এনে কথা নকলা হেতেন? ক্ষত্ৰিয়ই কেতিয়াবা মৰিবলৈ ভয় কৰেনে? বিশেষ তোমাক পৰাস্ত কৰিব পাৰিলে ত্ৰিভুবনে মোৰ গুণ কীৰ্ত্তন কৰিব।

অভি—ভাই লক্ষণ! যদি নিতান্তই মোৰ লগত যুদ্ধ কৰিবৰ মন আছে, তেন্তে তই ইষ্ট-বন্ধু, জ্ঞাতি-কুটুম্ব, পিতা-মাতাৰ মুখ ভালকৈ চাই লগৈ। ক্ষত্ৰিয়ধৰ্ম্ম অনুসাৰে কাতৰ হৈ ক্ষমা ভিক্ষা কৰিলে মৰণৰ হাত সাৰিব পাৰি। এনে স্থলত তই এই অমূল্য জীৱনটো কেলেই হেৰুৱাব খুজিছ?

তোক মাৰিলে আমাৰ কোনো ইষ্ট সিদ্ধি নহয়। বৰং ধৰ্ম্মৰাজে বেজাৰহে কৰিব। নেদেখিছ, যি কৰ্ণক মহাবীৰ বুলি কৌৰৱহঁতে ওফন্দাই লৈ ফুৰাই, সি মোৰ শৰৰ তেজ সহিব নোৱাৰি পলাই গল। মই তাক কত দুৰ্গতি কৰিলোঁ। মই আজি তোক বধ কৰিম; ই নিশ্চয়। আজি নিশ্চয় কৰ্ণ শকুনিৰ মূৰ মোৰ হাতত যাব। তই নিশ্চয় জানিবি যে, আজি দুৰ্য্যোধনক হাতে গলে বান্ধি লৈহে মহাৰাজ যুধিষ্ঠিৰৰ আগত ওলাম গৈ।

লক্ষণ—বাৰু দাদা! বৰকৈ 'বাহাদুৰী' কৰিব নালাগে আগেয়ে মোৰ হাতৰপৰা গা সকুওৱা; পাচতো তিৰোতাৰ আগত দৰ্প কৰিবা গৈ।

অভি—বাৰু তেন্তে আহ। তোক নিশ্চয় যম-ঘৰলৈ পঠাম আজি। [যুদ্ধ আৰু লক্ষণৰ মৃত্যু]

পদ্ম—অভি দাদা! বালক লক্ষণক মাৰিয়ে ফিৰি যাব পাৰিবা বুলি ভাবিব নালাগে। আহা বাৰু, তোমাৰ কিমান বল চাওঁ।

[যুদ্ধ আৰু পদ্মৰ মৃত্যু]

দুৰ্য্যোধন—পাপিষ্ঠ অভি! তই মোৰ দুই পুত্ৰক মাৰি ফিৰি যাবলৈ আশা কৰিছ নে?

অভি—মহাৰাজ! আপোনাক পালেই মোৰ অভীষ্ট সিদ্ধি হয়। আপুনিয়েই যত অনৰ্থৰ মূল। আপুনি আমাৰ পৰম শত্ৰু। কপট পাশা, বনবাস প্ৰভৃতি যত কষ্ট পাইছোঁ।

আপুনিয়েই তাৰ কাৰণ। আপোনাৰ অত্যাচাৰ বিধাতাই আৰু কিমান সহিব ? আজি চন্দ্ৰ, সূৰ্য্য আদি দেৱতাসকলক সাক্ষী কৰি মোৰ লগত যুদ্ধ কৰক। প্ৰাণৰ ভয়ত নপলাব। বালক বুলি অবজ্ঞা কৰিব নালাগে। আজি ঘৰলৈ ফিৰি যোৱাৰ আশাটি এৰি থওক। বিধাতাই আপোনাৰ মৃত্যু মোৰ হাততহে লিখিছে।

দুৰ্য্যোধন—কি, দুগ্ধপোষ্য বালক ! তোৰ ইমান অহঙ্কাৰ ! ইমান সাহ ! আহ বাৰু। [যুদ্ধ আৰু দুৰ্য্যোধন পলায়ন]

অভি—ছিঃ ! মহাৰাজ আপোনাৰো এই কাম ? লাজ নেলাগেনে ? ইয়ালৈকে একছত্ৰী ৰাজাধিৰাজ হবলৈ পাণ্ডৱৰ লগত যুদ্ধ কৰিছে ? এতিয়া আপোনাক মাৰিলে ৰাখে কোনে ? বাৰু, যাওক। আজি কপাল ভাল ; ভীমসেন ইয়াত নাই থকা হলে আজিয়েই ধৃতৰাষ্ট্ৰৰ জল-পিণ্ডৰ মূল মৰিল হেতেন। এনে ভীৰু, কাপুৰুষ, মূৰ্খ, নিৰ্ব্বোধ আৰু অহঙ্কাৰী মানুহ মই দেখা নাই। ছিঃ ! এনেকৈয়ে ক্ষত্ৰিয় কুলত কলঙ্ক কালি সানি মানুহৰ আগত মুখ দেখাবনে ? এনে ভয়াতুৰক মাৰিনো কি হব ? যাওক গৈ বাৰু।

দ্ৰোণাচাৰ্য্যৰ প্ৰবেশ।

দ্ৰোণ—কি অভি ! তই মোৰ আগত মহাৰাজক ইমান অপমান কৰ। আহ আজি ; মোৰ লগত যুদ্ধ কৰ। দুগ্ধপোষ্য শিশু এটাৰ ইমান ডাঙৰ কথা !

অভি—তেন্তে গুৰুদেৱ ! একো দোষ নধৰিব। আপোনাৰ সেই চৰণ প্ৰসাদে অৰ্জ্জুন-পুত্ৰ অভিয়ে কাকো ভয়

নকৰে। ক্ষন্তেক থাকি বালক নেৰণ কৌশলত আপোনা-তকৈ প্ৰাচীন তাৰে প্ৰমাণ লওক। মই সেই ত্ৰিভুবন বিজয়ী, গাণ্ডীব-ধাৰী অৰ্জ্জুনৰ সন্তান। আহক বাৰু; এবাৰ বলৰ প্ৰমাণকে বুজা যাওক।

[যুদ্ধ আৰু দ্ৰোণ অচেতন]

অশ্বত্থমা—কি অভি! মোৰ আগতে ইমান বাহাদুৰী নে? বাৰু ক্ষন্তেক ৰ। তোৰ ইষ্ট-দেৱতাক স্মৰণ কৰ। মোৰ হাতত নিতান্তই তোৰ জীৱন যাব।

[যুদ্ধ আৰু অশ্বত্থমাৰ পলায়ন]

---

# চতুৰ্থ গৰ্ভাঙ্ক।

## ৰণ-থলীৰ এচৰৰ পথাৰ।

দুজন অচেতন চিপাহী আৰু শকুনি।

শকুনি— ৰাম, ৰাম! আজি মোৰ পুনৰ্জ্জীৱন বুলিব লাগে। কোনোমতে কাণে-কাণ-মাৰিহে সাৰি আহিলোঁ ? নহলে আজি হৰ লগাখিনি হইছিল। আও! ইমান যুজাৰু দেখিছোঁ কিন্তু ইয়াৰ নিচিনা পৰাক্ৰমী আৰু দেখা নাই। ঘোঁৰা, হাতী, সৈন্য, সেনাপতি কতনো মাৰিলে! কতনো ঘাইল কৰিলে, তাৰ অন্ত নাই। গোটেইখন শিমলু-তুলা উৰা দি

উৰিল ! ফৰিং উফৰা দি উফৰিল ! তেনেই উচান কৰিলে ! কুৰুকুলৰ জল-পিণ্ডৰ আশা গুচালে আজি ! মৰচেৰেলা বিট-লিয়া ! এতিয়া তোৰ প্ৰতিজ্ঞা ক'ত বল ? অভিয়ে পাই তাৰ মান সাৰিলে । আজি মুখামুখিকৈ চকু কাণৰ বিবাদ গুচালে । আজি কৰ্ণৰ গৰ্ব্বও খৰ্ব্ব হল । এঃ ! পলাই নোযোৱা হলে যে তেনেই সাং কৰিলে হেতেন ! মতলীয়াৰ ওকাইদাং মৰা কুজত বাৰুকৈ কিল পৰিছে । লৰ মাৰেঁাতে যে পাচলৈকে চাবলৈ সাহ নকৰিলে । এই হতশ্ৰীযোৱাহঁতৰ কথাতে দুৰ্য্যো-ধনে মৰ সাহকৈ যুদ্ধ পণ কৰিলে । হায় ! হায় ! আজি তাৰ কি গতি হব ! উঃ ! মোৰ পিঠিখন বৰকৈ বিষাইছে ! এঃ ! এইয়া আকৌ তেজ কৰপৰা পৰিছে ? লৰ মাৰেঁাতে উজতি খাই পৰিছিলেঁা, তাতে কৰবাত খুন্দা খালেঁা নে কি ? [ মূৰত হাত ফুৰাই ] নহয় ; কাঁড়ে বিন্ধিলে হবলা ! ভালে-তোহে বিষত তধা-মধা খাই আছিলেঁা । কটা ! ইয়াৰ শৰ-বোৰ এনে চোকা ! গোবৰ অলপমানকে দি থওঁ এতিয়া ; নহলে তেজমুই লাগিব পাৰে । 'বাচাৰি' সেই চিপাহী দুটা নোহোৱা হলে আমাৰ ফালে আজি পতংএ। বপুৰিহঁত জানিবা মোৰ নিমিত্তে ফৰিং হৈ জুইত জাহ দিলে ! বাৰুকৈ আকৌ মই শকুনি দেখিছে । উঃ ! এনে দুৰ্দ্দান্ত লৰা ! এনে সাহ ! সি কয়—"ককা ! তাহানিৰ পাশা-খেলাখন আজি ইয়াতে পতা-হওঁক ; কি বোলে ?" কিন্তু বাজি হলে অইন একো নাবাখোঁ। বাজি ৰাখিম মোৰ আৰু তোমাৰ মুৰ । একে পুত্ৰশোকে

পুৰি মাৰিছে ; কোনোমতে জীৱটো কলপ কলপকৈ আছে. তাতে আকৌ এইখন বিপদ। শুনি মোৰ কণ্ঠত ধাতু নাই। আজি বিপাঙ্গত পেলাই ঈশ্বৰে জীৱটি হানি কৰে বুলিহে আছিলোঁ। সেই দেখিহে বোলো মৰো-জীওঁ-সোঁ—আধিকৈ এবাৰ লাগিয়ে চাঁমনে কি? অ! এইটো কি অ? অভিয়ে ওলালহি নে কি? পলা! পলা! উঃ! ৰাম ৰাম! নহয়! নহয়! গছজোপাহে। আজি চকুত চলিহাই ধৰিলে। গোটেই-খন ছঁয়া-মঁয়াহে দেখিছোঁ। ইয়াত এনেকৈ সৰহ পৰ থাকিব নোৱাৰি; কেনেবাকৈ ওলাবহি পাৰে। অন্তৰ অগ্নিয়ে চকু জলক-তপক লগাই দিলে। এতিয়া ক'লৈ যাওঁ? কেনি যাওঁ? কেনেকৈ যাওঁ? নহয়, এই মৰা শ দুটাৰ মাজতে মৰা ভাও জুৰি পৰি জিৰাই লওঁ। প্ৰাণ অমূল্য ধন ; তাক অনাহকত হেৰুওৱা টান। পিচে দেখি শুনি নিজৰ এটা উপায় কৰি ইয়াৰপৰা যাব লাগে।

[ মাজতে মৰা ভাও জুৰি পৰি থাকে ]

১ সৈন্য—উঃ! প্ৰাণ যায়! পা—নী—পা—

[ এটা গৰখীয়া লৰাৰ প্ৰবেশ ]

গৰখীয়া—হেৰ কমল, ধিতাই, লিগিৰা, পাহৰাম, বেগাই আহ। চুঙ্গাটোতে পানী এচুঙ্গা লৈ আহিবি।

[ চুঙ্গা লৈ চাৰিটা গৰখীয়াৰ প্ৰবেশ ]

২ সৈন্য—আই! মৰিলোঁ। পা—নী—

[ মুখত পানী দিয়ে ]

১ম গৰখীয়া—হেৰ চাচোন! ইয়াক খুন্দি তেনেই তাও কৰিলে হবলা; নাকে কাণে তেজ ওলাইছেহে ওলাইছে।

২য় গৰখীয়া—এঃ! তোৰ চকু তালৈকেহে গৈছে। মূৰত সেই খোন্দটো যে দেখাই নাই। চাচোন, তেজেৰে ঠাই-খন ৰঙ্গাহৈ গল।

৪র্থ গৰখীয়া—হেৰ! ডুবৰি আৰু আবৈ-চাউল চোবাই লগাই দে; এতিয়াই তেজ ৰব।

৫ম লৰা—তহঁতৰ কপালত চকু নাই। হেৰ! এই-টোৰ মূৰটো যে তেনেই দুফাল হৈ আছে! বেগাই আহ। গামোচাৰে শকতকৈ বান্ধ এটাকে দিওঁ।

৩য় গৰখীয়া—হেৰ! কিন্তু ইয়াত কেহটালি কৰা কিন্তু ভাল হোৱা নাই। কোনোবা কেনিবাৰপৰা কিন্তু ওলাবহি পাৰে। টাঙ্গোন ধৰাজন কিন্তু পালেহি যে কিন্তু এক কোবে কিন্তু এটাইকে সামৰিব।

৪র্থ লৰা—এঃ! আমি তালৈকে ৰণ কৰিবলৈ আহিছোঁ জানো? বোলোঁ মানুহ কেজন আধামৰা হৈ আছে; লালিলে পালিলে জীয়েৰা।

৩য় গৰখীয়া—তেওঁ কিন্তু তাকেহে সুধিবহি। পলালে কিন্তু পাচে পাচে কিন্তু খেদিও মাৰে। তেৰা ভকতক কিন্তু আগেয়ে কিন্তু দেখা নাই হবলা? সেইহে কিন্তু তই কিন্তু তেনেকৈ কৈছ।

১ম গৰখীয়া—এবা হয় ! ব'ল, আমাৰ সেই গছতললৈকে ব'ল। ইহঁতকো দাঙ্গি লৈ যাওঁহক।

[ তিনিওকো দাঙ্গি লৈ গৰখীয়াহঁতৰ প্ৰস্থান।]

---

# পঞ্চম গৰ্ভাঙ্ক।

গছ-তল

[পাঁচজন গৰখীয়া। আধামৰা চিপাহী দুজন আৰু মৰা ভাও জুৰা শকুনি।]

গীত গাই গাই কলিয়াৰ প্ৰৱেশ।

কলিয়া—

নাগেশ্বৰৰ পাতে, আয়া বুলি মাতে ;
গোসাই ঘৰৰ কামি, খিতাপ কৰোঁ আমি ;
সুৱালকুচীয়া তাঁতী, বাবাং বাছে বাতি ;
বাৰাঙ্গত লাগিল কাণ ঐ মোৰ ধিতৈ তাৰা।
ঝাপ মাৰি চেৰালোঁ মানৰ বেৰা ;
গুৱাহাটী গৰগাওঁ
কথা দেখি তল যাওঁ,
মানহঁত বহিছে আগেদি যাওঁ।

হেৰ বাঙ্গলী ! যাব দিছনে ? ঘুৰি আহ, ঘুৰি আহ।

যাওক বাপেকে ; কাৰবাৰ ধান খালেহে মজা ওলাব। সিহঁতে এইদৰে ধিতিঙ্গালি কৰি ফুৰিব ; মই অকলৈ গৰু আগচিম ? যা গৈ—

১ম গৰখীয়া—হেৰ কলিয়া ! চুঙ্গাত পানী আছেনে ?

কলিয়া—এৰা ; মই গৰুও আগচিম আৰু তইঁতে খাবলৈ পানীও আনিম। তইঁতে এই দৰে গা বেলাই ফুৰিবি। মোক ঘৰ-গোলামতো পাইছ নহয় ? হেৰ কাপোৰেৰে বেৰি এইকেটা কি আনিছ ? মোকো এটা দিবিনে ?

১ম গৰখীয়া—ওঁ। চুঙ্গাচেৰেক পানী আনগৈ যা। দিম বাৰু। [পানী আনিবলৈ যায়]

১ম সৈন্য—উঃ ! ম-ৰি-লোঁ। ৰা-ম-ৰা—

৩য় গৰখীয়া—মই কিন্তু কৈছিলোঁ নহয় ! বোলোঁ কিন্তু ধঁপাত চোবাই লগাই দে। মোৰ কথা কিন্তু তইঁতে পানীয়ে মৰা বাও যেন কিন্তু দেখিলি। এতিয়া কিন্তু ইমান যত্ন কৰা কিন্তু মিছা হল।

[ পানী লৈ কলিয়াৰ প্ৰবেশ ]

৪ৰ্থ লৰা—[শকুনিলৈ আঙ্গুলিয়াই] হেৰ ! এইটোৰ নাকত নিশ্বাস আছে। পানী দে। সেই দুটা সিফলীয়া হলেই। [পানী দিয়ে]

কলিয়া—এঃ ! তইঁতে নেদেখিলি। আজি যি মজা ওলাইছিল ! এই গছজোপাৰ ওখ ডালটোতে উঠি মই চাই আছিলোঁ। সচাকৈ কৈছোঁ ভাইহঁত, আজিৰ কথা কাৰখানা

১ম গৰখীয়া—এৰা হয় ! ব'ল, আমাৰ সেই গছতললৈকে ব'ল। ইহঁতকো দাঙ্গি লৈ যাওঁহক ।

[ তিনিওকো দাঙ্গি লৈ গৰখীয়াহঁতৰ প্ৰস্থান ।

---

## পঞ্চম গৰ্ভাঙ্ক ।

গছ-তল

[পাঁচজন গৰখীয়া । আধামৰা চিপাহী দুজন আৰু মৰা ভাও জুৰা শকুনি ।]

গীত গাই গাই কলিয়াৰ প্ৰবেশ ।

কলিয়া—

নাগেশ্বৰৰ পাতে, আয়া বুলি মাতে ;
গোসাই ঘৰৰ কামি, খিতাপ কৰোঁ আমি ;
সুৱালকুচীয়া তাঁতী, বাবাং বাছে ৰাতি ;
বাৰাঙ্গত লাগিল কাণ ঐ মোৰ খিতে তাবা ।
ঝাপ মাৰি চেৰালোঁ মানৰ বেৰা ;
গুৱাহাটী গৰগাওঁ
কথা দেখি তল যাওঁ,
মানহঁত বহিছে আগেদি যাওঁ ।

হেৰ ৰাঙ্গলী ! যাব দিছনে ? ঘুৰি আহ, ঘুৰি আহ !

যাওক বাপেকে ; কাৰবাৰ ধান খালেহে মজা ওলাব। সিহঁতে এইদৰে ধিতিঙ্গালি কৰি ফুৰিব ; মই অকলৈ গৰু আগচিম ? যা গৈ—

১ম গৰখীয়া—হেৰ কলিয়া ! চুঙ্গাত পানী আছেনে ?

কলিয়া—এৰা ; মই গৰুও আগচিম আৰু তহঁতে খাবলৈ পানীও আনিম। তহঁতে এই দৰে গা ঘেলাই ফুৰিবি। মোক ঘৰ-গোলামতো পাইছ নহয় ? হেৰ কাপোৰেৰে বেৰি এইকেটা কি আনিছ ? মোকো এটা দিবিনে ?

১ম গৰখীয়া—ওঁ। চুঙ্গাচেৰেক পানী আনগৈ যা। দিম বাৰু। [পানী আনিবলৈ যায়]

১ম সৈন্য—উঃ ! ম-ৰি-লোঁ ! বা-ম-ৰা—

৩য় গৰখীয়া—মই কিন্তু কৈছিলোঁ নহয় ! বোলোঁ কিন্তু ধঁপাত চোবাই লগাই দে। মোৰ কথা কিন্তু তহঁতে পানীয়ে মৰা বাও যেন কিন্তু দেখিলি। এতিয়া কিন্তু ইমান যত্ন কৰা কিন্তু মিছা হল।

[ পানী লৈ কলিয়াৰ প্ৰবেশ ]

৪ৰ্থ লৰা—[শকুনিলৈ আঙ্গুলিয়াই] হেৰ ! এইটোৰ নাকত নিশ্বাস আছে। পানী দে। সেই ডুটা সিফলীয়া হলেই। [পানী দিয়ে]

কলিয়া—এঃ ! তহঁতে নেদেখিলি। আজি যি মজা ওলাইছিল ! এই গছজোপাৰ ওখ ডালটোতে উঠি মই চাই আছিলোঁ। সচাকৈ কৈছোঁ ভাইহঁত, আজিৰ কথা কাৰখানা

বেলেগ। গোটেইখন পিঁয়াপি দি ফুৰিছেঁ। সেই তহঁতৰ বগা দমৰাটো চৰি চৰি গৈ এজোপা বনৰ ওচৰ পাইছিল গৈ; মই বোলোঁ লৈ আহোঁ। পিচে সি লেঙ্গ থিয় কৰি সিফালৰ পৰা দৌড়। সেই জোপাটোতে কিজানি একুৰিমান চিপাহী লুকাই আছিল। গৰুৱে জৰ জৰ কৰি দিলত বেচাৰিহঁতে তৰানৰা ছিঙ্গি দৌৰ দিলে। কলৈ পলাব, ক'ত লুকাব তত্ নাই। মই হাত চাপৰি বাই দিলত এটাইখন লেবাই পৰি কেনিবাদি গল, কৱই নোৱাৰিলোঁ। তহঁতে নেদেখিলি আজি; তেজেৰে নদী বইছে নহয়! দেখিলেই ভয় লাগে। মৰা মানুহ, হাতী, ঘোঁৰা, ৰথ, ৰথী জাজি উটাদি উটি ফুৰিছে। শিয়াল কুকুৰৰ ধেমালি কি চাবি? দেখিয়ে মই ভয় খাই পৰি গলোঁ। ভালেখিনি পৰৰ মূৰতহে উঠি চকু মুদি কোনো মতে গছৰ গুৰি পাইছোঁহি।

২য় গৰখীয়া—মই বাপেকে এই লকুডালেৰে এজাকক খেদি থৈ আহিছোঁ। আজি কিৰা বোলে সেই অভিমন্যু কি নামেৰে লৰাটোৱে নাম ৰাখিলে; 'চাবাইচ'। হেৰ! ষোল বছৰীয়া লৰাটোৱে আজি বাপেকে এটাইখনকে নকৰিবৰ চকৰি কৰিলে।

৩য় গৰখীয়া—হেৰ! কিন্তু মনে মনে থাক। ৰজাক কিন্তু চৰ্চ্চিব নেপায়। বেমাৰীৰ ওচৰত কিন্তু হাই উকমি কৰিলে কিন্তু বেমাৰে চল পায়।

[ এজন বাটকৰাৰ প্ৰবেশ ]

বাটকুৰা--হেৰ ! বাপাহঁত ! বৰবকুৰাৰ হাটলৈ কেনি যায় ? [ সকলোৱে নিমাত ] আও ! আজি কালি দেশখন গুচিল। মূৰৰ চোকোৰা নোযোৱা লৰা কেইপাটৰ ইমান গপ। কথাষাৰ কবলৈকে টান পালে ।

[ গুচি যায় ]

১ম গৰখীয়া—মই কিন্তু জানিছোঁ। আজি দিন ভাল নহয়। ৰাতিপুৱা শুই উঠি জানো কাৰ মুখ দেখিছিলোঁ ? চাইঁতচোন সৌ দুটি লাল পাগুৰি গা ঘেলাই ঘেলাই আমাৰ ফাললৈকে আহিছে হবলা ?

৩য় লৰা—এৰা ; কিন্তু লাহে লাহে আঁতৰাহে ভাল ।

২য় লৰা—আহক ; তাৰ বাপেকে একেপাট থিয় কিলতে বহুৱাই থম ।

৪র্থ লৰা—হেৰ ! ইমান ভয় কৰিছনে ? মোৰ তেও এই লকডাল আছেহে । একে কোবে চেঙ্গালতি পাৰি যাব ।

৫ম লৰা—মোৰ হাতত চাপৰা দলি এটি থক মাথোন। একে দলিতে দুইৰো বেল-মূৰ ভাঙ্গিহে এৰিম ।

৬ষ্ঠ লৰা—হেৱ ? 'ফুটানি' নকৰিবি । দেখা নাইনে ?
সিহঁতে মদখাই, গা ঘেলাই চকু তেলেকা-তেলেকিকৈ আহিছে। ধৰি লৈ গলে কি কৰিবি ?

৩য় লৰা—পলা, কিন্তু পলা—

**[সকলোৱে লৰ মাৰে আৰু শকুনি উঠি বহে]**

দুজন চিপাহীৰ প্ৰবেশ—

১ম চিপাহী—আৰে ! মিল্ গিয়া, হ্যায় ; হাম্ ঠিক সমজাতা হ্যায় ।

২য় চিপাহী—তোম কাণা হ্যায় । ৰাজাকা মামা ইচ-মাফিক ৰহেগা ? মাটিমে ৰথ্কে ?

১ম চিপাহী—অলবাট ৰহেগা । হিয়াপৰ তো কৈ নকৰ লোক নেই হ্যায় । কুর্চ্চি দেনেকো আস্তে ।

২য় চিপাহী—আৰে ! হিয়াপৰ্ গৰখীয়ালোক ৰহা হ্যায় । ক্যাজানি এইথু বস্তিকা কোন্ আদমি হোগা । [ওচৰ চাপি] মামাজি হনেচে লৰাই কৰ্কে উচিক বদন্মে খুন্ উন্ নেই লাগতা হায় ? আউৰ এতনা দূৰ ভাগা হ্যায় ক্যাহে ?

১ম চিপাহী—চুপ ৰহ । তুম বৰা বুৰ্ব্বক আদ্মি হ্যায় ! [চেলাম দি] হুজুৰ, খোদাবন্দ, চেলাম । মহাৰা[illegible]াব্কো আভি বলায়া ।

শকুনি—বাৰু বল । [ মনে মনে ] ভাল কথা হল । মৰা ভাও জুৰি পৰি থকা এইকেটাই দেখিলেই । এতিয়া মানুহৰ আগত নকলেই ভাল ।

---

# চতুৰ্থ অঙ্ক ।

## প্ৰথম গৰ্ভাঙ্ক ।

### কৌৰৱ ছাউনী ।

দ্ৰোণ, কৃপ আৰু দুৰ্য্যোধন ।

দুৰ্য্যোধন—উঃ ! কি পৰিতাপ ! পাণ্ডৱ যুদ্ধত জয় হব নোৱাৰিলোঁ ! গুৰু দ্ৰোণাচাৰ্য্যৰ সকলো কল-কৌশল মিছা হল । মহাৰথীসকল আজি সামান্য বালকৰ হাতত পৰাস্ত হল ! আমাৰ জীৱন ধিক ! আমাৰ বাহুবল ধিক ! আমাৰ ৰাজত্ব শতবাৰ ধিক ! অৰ্জ্জুন পুত্ৰ অভিয়ে দেৱতাৰ অভেদ্য চক্ৰবেহু ভেদ কৰি আমাৰ এনে দুৰ্গতি কৰিব, এই কথা সপোনতো ভবা নাছিলো । যি হওক এতিয়া শত্ৰুবধৰ উপায় কি ? ছলে-বলে-কৌশলে ইয়াক মাৰাই যুগুত, নহলে সি আমাৰ এটাইকে মাৰিহে যাব । যিবা জল-পিণ্ডৰ আশা আছিল তাৰ মূলতো কুঠাৰ মাৰিলে ! উঃ! এই কোমল বয়সতে ইয়াৰ ইমান প্ৰতাপ । [ দ্ৰোণলৈ চাই ] গুৰুদেৱ মই মনে মনে এটি প্ৰস্তাৱ কৰিছোঁ । তাত আপোনালোকৰ মত কি ? শত্ৰুক যেনে তেনে বধ কৰা উচিত হয়নে নহয় ?

দ্ৰোণ—এৰা, শত্ৰুক যেনেকৈ হয় মাৰা উচিত ; তাত আকৌ আমাৰ অসন্মতি কি ?

কৃপ—এৰা ; শুভস্য শীঘ্রং । গহৰি কৰিলে বিপদ হে বাঢ়ে । কিন্তু মহাৰাজ ! এই বালক শত্রু যে সহজে নিপাত হব এনে বোধ নহয় । ইমান দন যুদ্ধ কৰিছোঁ কিন্তু অর্জ্জুনৰ বাহিৰে আন কাৰো ইয়াৰ নিচিনা যুদ্ধ-শক্তি দেখা নাই । যেনে অর্জ্জুন তেনে অভিমন্যু । তাৰ এতিয়া বয়স নিচেই কম । ডাঙৰ হলে যে সি কি কৰিব কোৱা টান । হয় স্বৰ্গকে মৰ্ত্ত্যলৈ আনিব, নহলে মৰ্ত্ত্যকে স্বৰ্গলৈ নিব । এতিয়া তাক নাশ কৰিব পাৰিলেহে ভবিষ্যতে আমা-লোকৰ জীৱনৰ আশা ; নহলে তাৰ হাতত সকলোটি মৰিব লাগিব ।

দুৰ্য্যোধন—মই এই কথা আগেয়ে সিদ্ধান্ত কৰি থৈছোঁ । একে সময়তে সপ্তৰথী আগুৰি অভিৰ লগত যুদ্ধ কৰা যাওক ; নহলে ইয়াক মাৰিবৰ আন উপায় নেদেখোঁ ।

দ্ৰোণ—কি কয় ? সপ্তৰথী লগ লাগি অন্যায় যুদ্ধত অভিক মাৰিলে কুখ্যাতি ৰাখিবৰ ঠাই ত্রিভুবনত হব নে ? এনে কাজ কেতিয়াও কৰিব নোৱাৰি ; আৰু এনে পাপৰ পৰা নিস্তাৰ হোৱাৰ কোনো সম্ভৱ নাই । অন্য উপায় বিচাৰক । এই গর্হিত পাপ কাৰ্য্যত মই মত দিব নোৱাৰোঁ ।

কৃপ—[ মনে মনে ] এই পাপিষ্ঠৰ আশ্রয়ত থাকি অন্যায় যুদ্ধত বালক অভিক বধ কৰিব লগীয়াত পৰিলোঁ ! ছিঃ ! ছিঃ ! আমাৰ নিচিনা দুৰ্কপলীয়া আৰু কোন আছে ? ই যেতিয়া এই কথা মনত ভাবিছে তেতিয়া তাক কৰিছে

এৰিব । কাৰো হাক-বচন নুশুনে । এতিয়া উপায় কি ? এই কথাত যে সন্মতি দিব নোৱাৰি । [ফুটাই] মহাৰাজ ছলে-বলে-কৌশলে শত্রু নিপাত কৰা উচিত, সঁচা ; কিন্তু, মহ মাৰিবলৈ বন্দুকৰ আৱশ্যক কি ? সিংহই ইন্দুৰৰ ৰণত ভয় পায়নে ? প্ৰথম বাৰ নহয়, দ্বিতীয় বাৰ নহয়, তৃতীয় বাৰ তাৰ অৱশ্যে প্ৰাণদণ্ড হব । তথাপি যদি ইন্দুৰৰ হাতত সিংহৰ অপমান হয়, তেন্তে সিংহে তাক অত্যাচাৰ নকৰি নিজৰ মান নিজে ৰাখে। বিশেষ ইন্দুৰক অত্যাচাৰ কৰিলে সিংহৰ অলপো পৌৰষ নাই । এতেকে, মহাৰাজ ! অভিৰ লগত আৰু ৰণ কৰিবৰ আৱশ্যক নাই । সামান্য বালকক অন্যায় যুদ্ধত মাৰি মিছাতে কলঙ্কভাগা হয় কিয় ? ধৈৰ্য্য গাম্ভীৰ্য্যাদিই মহাত্মাৰ লক্ষণ। আপোনাৰ নিচিনা পুৰুষ যদি অধৈৰ্য্য হয়, তেন্তে ধৈৰ্য্য ধৰিব কোনে ?

দুৰ্য্যোধন—কি আচৰিত ! আপোনালোকৰ কোনোজনেই মোৰ হিত নিচিন্তে ; ইমান দিন পুহি পালি ৰখা মিছা হল । ছলে-বলে-কৌশলে শত্রু বিনাশ কৰাতো আপোনালোকৰ আপত্তি । ইয়াতকৈ দুখৰ কথা আৰু কি আছে ? এতিয়া বুজা গল আপোনালোক পেটেৰে পাণ্ডৱৰ ফলীয়া !

শকুনিৰ প্ৰবেশ——

শকুনি—মহাৰাজ ! আজি সৈন্যৰ মাজত হাহাকাৰ । শত্ৰু বধৰ কোনো উপায় চিন্তা নকৰিলে আজি কাৰো ৰক্ষা নাই ।

কৃপ—এৰা ; শুভস্য শীঘ্রং । গহৰি কৰিলে বিপদ হে বাঢ়ে । কিন্তু মহাৰাজ ! এই বালক শত্রু যে সহজে নিপাত হব এনে বোধ নহয় । ইমান দন যুদ্ধ কৰিছোঁ কিন্তু অৰ্জ্জুনৰ বাহিৰে আন কাৰো ইয়াৰ নিচিনা যুদ্ধ-শক্তি দেখা নাই । যেনে অৰ্জ্জুন তেনে অভিমন্যু । তাৰ এতিয়া বয়স নিচেই কম । ডাঙ্গৰ হলে যে সি কি কৰিব কোৱা টান । হয় স্বৰ্গকে মৰ্ত্ত্যলৈ আনিব, নহলে মৰ্ত্ত্যকে স্বৰ্গলৈ নিব । এতিয়া তাক নাশ কৰিব পাৰিলেহে ভবিষ্যতে আমা-লোকৰ জীৱনৰ আশা ; নহলে তাৰ হাতত সকলোটি মৰিব লাগিব ।

দুৰ্য্যোধন—মই এই কথা আগেয়ে সিদ্ধান্ত কৰি থৈছোঁ । একে সময়তে সপ্তৰথী আগুৰি অভিৰ লগত যুদ্ধ কৰা যাওক ; নহলে ইয়াক মাৰিবৰ আন উপায় নেদেখোঁ ।

দ্ৰোণ—কি কয় ? সপ্তৰথী লগ লাগি অন্যায় যুদ্ধত অভিক মাৰিলে কুখ্যাতি ৰাখিবৰ ঠাই ত্ৰিভুবনত হব নে ? এনে কাজ কেতিয়াও কৰিব নোৱাৰি : আৰু এনে পাপৰ পৰা নিস্তাৰ হোৱাৰ কোনো সম্ভৱ নাই । অন্য উপায় বিচাৰক । এই গৰ্হিত পাপ কাৰ্য্যত মই মত দিব নোৱাৰোঁ ।

কৃপ—[ মনে মনে ] এই পাপিষ্ঠৰ আশ্ৰয়ত থাকি অন্যায় যুদ্ধত বালক অভিক বধ কৰিব লগীয়াত পৰিলোঁ ! ছিঃ ! ছিঃ ! আমাৰ নিচিনা দুৰ্ব্বলপলীয়া আৰু কোন আছে ? ই যেতিয়া এই কথা মনত ভাবিছে তেতিয়া তাক কৰিছে

এৰিব। কাৰো হাক-বচন নুশুনে। এতিয়া উপায় কি? এই কথাত যে সন্মতি দিব নোৱাৰি। [ফুটাই] মহাৰাজ ছলে-বলে-কৌশলে শত্রু নিপাত কৰা উচিত, সঁচা; কিন্তু, মহ মাৰিবলৈ বন্দুকৰ আৱশ্যক কি? সিংহই ইন্দুৰৰ ৰণত ভয় পায়নে? প্ৰথম বাৰ নহয়, দ্বিতীয় বাৰ নহয়, তৃতীয় বাৰ তাৰ অৱশ্যে প্ৰাণদণ্ড হয়। তথাপি যদি ইন্দুৰৰ হাতত সিংহৰ অপমান হয়, তেন্তে সিংহে তাক অত্যাচাৰ নকৰি নিজৰ মান নিজে ৰাখে। বিশেষ ইন্দুৰক অত্যাচাৰ কৰিলে সিংহৰ অলপো পৌৰষ নাই। এতেকে, মহাৰাজ! অভিৰ লগত আৰু ৰণ কৰিবৰ আৱশ্যক নাই। সামান্য বালকক অন্যায় যুদ্ধত মাৰি মিছাতে কলঙ্কভাগী হয় কিয়? ধৈৰ্য্য গাম্ভীৰ্য্যাদিই মহাত্মাৰ লক্ষণ। আপোনাৰ নিচিনা পুৰুষ যদি অধৈৰ্য্য হয়, তেন্তে ধৈৰ্য্য ধৰিব কোনে?

দুৰ্য্যোধন—কি আচৰিত! আপোনালোকৰ কোনোজনেই মোৰ হিত নিচিন্তে; ইমান দিন পুহি পালি ৰখা মিছা হল। ছলে-বলে-কৌশলে শত্রু বিনাশ কৰাতো আপোনালোকৰ আপত্তি। ইয়াতকৈ দুখৰ কথা আৰু কি আছে? এতিয়া বুজা গল আপোনালোক পেটেৰে পাণ্ডৱৰ ফলীয়া!

শকুনিৰ প্ৰবেশ——

শকুনি—মহাৰাজ! আজি সৈন্যৰ মাজত হাহাকাৰ। শত্রু বধৰ কোনো উপায় চিন্তা নকৰিলে আজি কাৰো ৰক্ষা নাই।

দুৰ্য্যোধন—মামা ! ভাল যুক্তি কৰা হৈছে। আপোনাৰ মত লবলৈহে বৈ আছোঁ।

শকুনি—বাপা ! কি উপায় কৰিছা সোনকালে কোৱা ; পলম নকৰিবা।

দুৰ্য্যোধন—মামা ! সপ্তৰথা বেৰি অভিক মাৰাৰ বাহিৰে আন উপায় নেদেখোঁ।

শকুনি—মোৰ ভাগিনহে হয়। বৰ সুন্দৰ উপায়। শুভস্য শীঘ্ৰং ; এতিয়া যাবহে লাগে।

দুৰ্য্যোধন—মামা ! গুৰু দ্ৰোণ আৰু কৃপাচাৰ্য্য ইয়াত সম্মত নহয় ; সেই দেখিহে ইমান পৰ বৈ আছোঁ।

শকুনি—[ একলীয়াকৈ ] কেনেকৈ হব ? অৰ্জ্জুন যে তেওঁৰ প্ৰিয় শিষ্য। তেওঁৰ পুতেককনো আকৌ কোন সতে মাৰে ? এতিয়া লাগে যদি শ্লোকে পদে আহিব ; ধৰ্ম্মৰ কথা পাতি পণ্ডিতালি দেখুৱাব। অধৰ্ম্ম হব বুলি আমাক ভয় খুৱাব। পিছে সিপিনে তেওঁৰ প্ৰিয় শিষ্যৰ অধৰ্ম্মফেৰাত চকু পৰিছিল জানো ? শিখণ্ডীক আগত থৈ বাণ মাৰিলেহে মাৰিলে ! ইমান অন্যায়, ইমান অধৰম ! বাপুৰে জানো তেতিয়া কথাবাৰি কৈছিল ? পাণ্ডৱলৈ এওঁলোকৰ ভয় আৰু ভক্তি দুয়োটি আছে। মাথোন পেটৰ দায়ত পৰি মুখেৰে আমাৰ ফালে তুতুৰাই। এওঁলোকে মাথোন চুকত থাকি বুকত কামুৰিছে। বলেই নাই যদি সেনাপতি মাৰি যুধিষ্ঠিৰক ধৰি দিম বুলি শপত খাইছিল কিয় ? ভিতৰি কিবা এটা 'মতলব' আছে।

দুৰ্য্যোধন—গুৰুদেৱ ! মোৰ যুক্তি অনুসাৰে কাজ কৰিবনে নকৰে কওক । গহৰি কৰিবৰ সময় নাই ।

শকুনি—[ একণীয়াকৈ ] গহৰি কৰিলেনো বাপুৰ কি হানি হব খুজিছে ? হানি হলে মহাৰাজৰহে হব । আধাপথৰালৈ মন্ত্ৰ কেইফাকি মাতিলেই হল ! তেওঁৰনো চিন্তা কি ? মাথোন মৰণ হৈছে আমাৰ । সিপিনে অভিকো সকুৱাব লাগে, ইপিনে দুৰ্য্যোধনৰো মন সন্তুষ্ট কৰিব লাগে ; বাপুৱ দোধোৰমোৰ । নহলেনো বাৰু এপাট কাঁড় খায়ে ঢলি পৰেনে ? ইপিনে আকৌ কৰ্ণক তেওঁ অৰ্দ্ধৰথা বুলিহে কয় ! এইদৰে তো বামুণে দিনে দিনে আমাক ডুবাই আনিছে । টানি কলে লাগে যদি এতিয়া টিকনি জোকাৰি গুচি যাবলৈকে ওলাব । বাৰু, এবাৰ মিঠা কথাৰে চোৱা যাওক । ( ফুটাই ) গুৰুদেৱ ! সোনকালে এটা উপায় নকৰিলে আজি অভিয়ে আটাইকে মাৰিহে যাব । আপুনি থাকোঁতেনো আমি কাৰ ওচৰত কান্দিম ? যেনে তেনে ইয়াক আজি নামাৰিলে নহয় ।

দ্ৰোণ—বিধিমতে তোমাৰ হিত চিন্তা কৰি শেহত এই মহা পাতকৰ ভাগী হব লগাত পৰিলোঁ । বাৰু ; অভিক মাৰিলেই যদি তোমাৰ অভীষ্ট সিদ্ধি হয়, তেন্তে তোমাৰ মত অনুসাৰেই কাৰ্য্য কৰা হব । অধিক বাক্য ব্যয় কৰাৰ সকাম নাই ।

কৃপ—[ মনে মনে ] এই দুৰাত্মাৰ ঘৰত থাকিলে যে

এনে মহা পাপত পৰি মৰিব লাগিব, তাক সপ্নতো ভাবা নাছিলোঁ। [ফুটাই] মহাৰাজ ! তাৰ নিমিত্তে চিন্তা কি ? সপ্তৰথী একত্র হৈ ৰণ কৰিলে অভি অৱশ্যে সংহাৰ হব।

শকুনি—[এফলীয়াকৈ] অভি ! এইবাৰ কিন্তু ব্যাধৰ জালত পৰিলা। কেইজনক প্রবোধ দিবা ? (ফুটাই) মহাৰাজ এই সিংহৰ পোৱালীৰ পৰাক্রম কম নহয়। ভালকৈ মন দি যুজিব। সি অকলে কুৰুক্ষেত্রত খলকনি লগালে। তাৰ আগত আমি চৰাই-চিৰিকতি : তৃণ-কুটা। সৈন্যৰ তো কথাই নাই। তাৰ আগত নির্ভয়ে থিয় হৈ ৰণ কৰে এনে এজনো বীৰ আপোনাৰ ফৈদত নাই। পাশা খেলাৰ পৰা মোৰ ওপৰত তাৰ কোপটো টান। কেনেবাকৈ নাক, কাণ কাটি দুৰ্গতি কৰে বুলিহে ভয়। কিন্তু আটাইবোৰে লগ লাগি ৰণ কৰিলে কাৰো মৰিবৰ ভয় নেথাকে। এতিয়া [illegible]া, যাওঁ।

দ্রোণ—[মনে মনে] এই কুৰবুধীয়াই সকলো অনিষ্টৰ মূল। (ফুটাই) তেন্তে মহাৰাজ ! বলক।

---

# দ্বিতীয় গৰ্ভাঙ্ক।

## বেহুৰ মাজ ।

অভিমন্যু।

[ সপ্তৰথীৰ প্ৰবেশ ]

### খাম্বাজ—ঢিমা তেতলা

ধ্যানে কৃষ্ণ, জ্ঞানে কৃষ্ণ, কৃষ্ণনাম কৰিছোঁ সাৰ।
যি নামৰ গুণে পাপী, হয় ভৱ-নদী পাৰ।
কৃষ্ণ আমাৰ জগৎগুৰু, কৃষ্ণ বাঞ্ছা কল্পতৰু,
আমি পাপী কৃপা কৰা [ ২ ] তুমি গুণাধাৰ।

অভি [ মনে মনে ] ই কি আচৰিত ! ভীমসেন বা অন্যান্য সেনাপতিসকলৰ কোনো এজনকো নেদেখোঁ ; তেওঁলোক বোধ হয় বেহুৰ ভিতৰলৈ সোমাব নোৱাৰিলে ; জয়দ্ৰথে বাট এৰি নিদিলে হবলা ? উঃ! আজি সিংহৰ পোৱালী হৈ ব্যাধৰ জালত পৰিলোঁ। অদৃষ্টৰ লিখন খণ্ডাবলৈ টান। এজন এজনকৈ সমুখ যুদ্ধত সকলোকে পৰাস্ত কৰিলোঁ। একেলগে সকলোকে পৰাস্ত কৰা সহজ নহয় ; সেই বুলিয়ে ভীত বা নিৰুৎসাহ হম নে ? মই সেই ত্ৰিভুবন-বিজয়ী, গাণ্ডীৱধাৰী অৰ্জ্জুনৰ পুত্ৰ আৰু জগৎবন্ধু শ্ৰীকৃষ্ণৰ ভাগিন হৈ যদি সামান্য সপ্তৰথীক দেখি নিৰুৎসাহ হওঁ, তেন্তে মোৰ কলঙ্ক ৰাখিবৰ ঠাই ত্ৰিভুবনত নহব। তেন্তে মই অৰ্জ্জুনৰ পুত্ৰও মিছা।

এনে মহা পাপত পৰি মৰিব লাগিব, তাক সপ্নতো ভাবা নাছিলোঁ। [ফুটাই] মহাৰাজ! তাৰ নিমিত্তে চিন্তা কি? সপ্তৰথী একত্র হৈ ৰণ কৰিলে অভি অৱশ্যে সংহাৰ হব।

শকুনি—[এফলীয়াকৈ] অভি! এইবাৰ কিন্তু ব্যাধৰ জালত পৰিলা। কেইজনক প্রবোধ দিবা? (ফুটাই) মহাৰাজ এই সিংহৰ পোৱালীৰ পৰাক্রম কম নহয়। ভালকৈ মন দি যুজিব। সি অকলে কুৰুক্ষেত্রত খলকনি লগালে। তাৰ আগত আমি চৰাই-চিৰিকতি; তৃণ-কুটা। সৈন্যৰ তো কথাই নাই। তাৰ আগত নির্ভয়ে থিয় হৈ ৰণ কৰে এনে এজনো বীৰ আপোনাৰ ফৈদত নাই। পাশা খেলাৰ পৰা মোৰ ওপৰত তাৰ কোপটো টান। কেনেবাকৈ নাক, কাণ কাটি দুর্গতি কৰে বুলিহে ভয়। কিন্তু আটাইবোৰে লগ লাগি ৰণ কৰিলে কাৰো মৰিবৰ ভয় নেথাকে। এতিয়া [illegible], যাওঁ।

দ্রোণ—[মনে মনে] এই কুবৰবুধীয়াই সকলো অনিষ্টৰ মূল। (ফুটাই) তেন্তে মহাৰাজ! বলক।

———

# দ্বিতীয় গৰ্ভাঙ্ক।

## বেহুৰ মাজ।

অভিমন্যু।

[ সপ্তৰথীৰ প্ৰবেশ ]

খাম্বাজ—ঢিমা তেতলা

ধ্যানে কৃষ্ণ, জ্ঞানে কৃষ্ণ, কৃষ্ণনাম কৰিছোঁ সাৰ।
যি নামৰ গুণে পাপী, হয় ভৱ-নদী পাৰ।
কৃষ্ণ আমাৰ জগৎগুৰু, কৃষ্ণ বাঞ্ছা কল্পতৰু,
আমি পাপী কৃপা কৰা [ ২ ] তুমি গুণাধাৰ।

অভি [ মনে মনে ] ই কি আচৰিত ! ভীমসেন বা অন্যান্য সেনাপতিসকলৰ কোনো এজনকো নেদেখোঁ ; তেওঁলোক বোধ হয় বেহুৰ ভিতৰলৈ সোমাব নোৱাৰিলে ; জয়দ্ৰথে বাট এৰি নিদিলে হবলা ? উঃ ! আজি সিংহৰ পোৱালী হৈ ব্যাধৰ জালত পৰিলোঁ। অদৃষ্টৰ লিখন খণ্ডাবলৈ টান। এজন এজনকৈ সমুখ যুদ্ধত সকলোকে পৰাস্ত কৰিলোঁ। একেলগে সকলোকে পৰাস্ত কৰা সহজ নহয় ; সেই বুলিয়ে ভীত বা নিৰুৎসাহ হম নে ? মই সেই ত্ৰিভুবন-বিজয়ী, গাণ্ডীবধাৰী অৰ্জ্জুনৰ পুত্ৰ আৰু জগৎবন্ধু শ্ৰীকৃষ্ণৰ ভাগিন হৈ যদি সামান্য সপ্তৰথীক দেখি নিৰুৎসাহ হওঁ, তেন্তে মোৰ কলঙ্ক ৰাখিবৰ ঠাই ত্ৰিভুবনত নহব। তেন্তে মই অৰ্জ্জুনৰ পুত্ৰও মিছা !

আৰু শ্ৰীকৃষ্ণৰ ভাগিনও মিছা। তাতকৈ যুদ্ধত মৰাও ভাল কাজেই বিপদৰ সময়ত ধৈৰ্য্য ধৰাহে উচিত; কাৰণঃ—

বিপদি ধৈৰ্য্যমথাভ্যুদয়ে ক্ষমা।
সদসি বাকপটুতা যুধি বিক্ৰমঃ।
যশসিচাভিৰুচিৰ্ব্যসনং শ্ৰুতৌ।
প্ৰকৃতিসিদ্ধমিদং হি মহাত্মনঃ।

[ফুটাই] মহাৰাজ! মোৰ হাতত পৰাস্ত হৈ আপোনালোকে ক্ৰমে চাৰি বাৰ পলাল, তথাপি আকৌ আহিবলৈ লাজ নালাগিলনে? আপোনালোকৰ জীৱন ধিক; শতবাৰ ধিক! মই যদিও বয়সত বালক, তথাপি ৰণ-কৌশলত আপোনালোকতকৈ বহুত প্ৰাচীন। আজি মোৰ হাতৰপৰা প্ৰাণ লৈ যাব পাৰিব বুলি আশা নকৰিব। আপোনাৰ লাজ থকা হলে ইমান পৰে নদী বা অগ্নিকুণ্ডত ঝাপ [illegible] মৰিল হেতেন। সপ্তৰথা মিলি অন্যায় যুদ্ধত মোক পৰাস্ত কৰিব পাৰিব বুলি আশা কৰিছে হয়, কিন্তু সি কেতিয়াও হব নোৱাৰে। পতঙ্গ দেখি সিংহে ভয় খাইনে? মই সপ্তৰথীক তৃণবৎ জ্ঞান কৰোঁ। যদি আপোনালোকৰ জীৱনত অলপো আশা আছে, তেন্তে মোৰ হাতত পৰাজয় স্বীকাৰ কৰি ঘৰলৈ যাওক; নহলে এইপাট শৰেৰে এতিয়াই সকলোৰে প্ৰাণদণ্ড কৰিম।

দুৰ্য্যোধন—কি কলি নিৰ্ব্বোধ! আমাৰ প্ৰাণদণ্ড কৰিবি ইমান সাহ? কি ক'ম; লৰা বুলি মৰমত ইমান পৰলৈ

বাট চাই আছোঁ ! নহলে কেতিয়াবাই তোক মাৰি পেলালোঁ হেঁতেন। তোক নমৰাটোহে ভুল ; সেই কাৰণে সপ্তৰথী লগ লাগি আজি তোক বধ কৰিহে যাম বুলি প্ৰতিজ্ঞা কৰি আহিছোঁ। বালক বুলি আৰু ক্ষমা কৰা নাযায়।

অভি—থিক ; অপোনালোকে সপ্তৰথী লগ লাগি অভিৰ মৰম দেখাবলৈহে আহিছে। ধিক আপোনাৰ বীৰত্ব, ধিক আপোনাৰ মান ! আপোনাক কুলাঙ্গাৰ নুবুলি থাকিব নোৱাৰিলোঁ। আপোনাক খণ্ড খণ্ড কৰি কাটিলেও মনৰ দুখ নুগুচে। আপুনি মাথোন মনুষ্য জনম লৈ পশুবৎ আচৰণ কৰিছে। পৃথিবী অপাণ্ডৱা কৰি ভাৰতত একছত্ৰী ৰজা হব লৈ যি আশা কৰিছে, তাক এৰি পেলাওক। পাণ্ডৱ বৰ্ত্তমান থাকোঁতে, অভিৰ দেহত জীৱন থাকোঁতে, সি কেতিয়াও হব নোৱাৰে। মই যে এই দুৰ্জ্জয় ধনু-শৰ ধৰিছোঁ, ই কেৱল কৌৰৱ নিৰ্ব্বংশ কৰিবলৈহে। কুৰুকুল নিশ্চয় নিৰ্ব্বংশ হব। নহলে এনে দুৰ্বুদ্ধি হব কিয় ? অনাথ-নাথ, শ্ৰীমধুসূদন, ত্ৰিলোক-ঈশ্বৰ আৰু সৰ্ব্ব-জীৱ উদ্ধাৰকৰ্ত্তা হৰিৰ লগত বাদ ! আৰু কি ৰক্ষা আছে ? সেই কৃষ্ণপৰায়ণ ধৰ্ম্মৰাজ, ভীম অৰ্জ্জুনাদি পাণ্ডৱৰ হাতত আপুনি অৱশ্যে উচান হব। কথাতে কয় বোলে মৰণ কালত জীৱৰ বিপৰীত বুদ্ধি। আপুনি মোক নিতান্ত বালক বুলি অগ্ৰাহ্য কৰিছিল ; কিন্তু দেখিলেনে, যে আপোনাৰ কিমান সেনাপতিক মই অকলৈ বিনাশ কৰিলোঁ ? আপোনাৰ নিচিনা কাপুৰুষ, বিশুদ্ধ কুৰুকুলত জন্ম লৈ বংশৰ

কুখ্যাতি আনাত মোৰ যি লাজ লাগিছে তাক কি কম! আহক বাৰু। কাৰ কিমান ক্ষমতা চোৱা যাওক। অৰ্জ্জুন-পুত্ৰ অভিক সহজে বিনাশ কৰিব পাৰিব বুলি নাভাবিব। যদি হয় তেন্তে মোৰ বাহুবলো মিছা আৰু ধনুৰ্ব্বাণো মিছা।

দুৰ্য্যোধন—কি? বালক! সৰুমুখত বৰ কথা। আহ-চোন চাওঁ, কোনে কাক মাৰিব পাৰে। যোধাৰুসকল! কি চাইছা? ইয়াক এতিয়াই বধ কৰা।

জয়দ্ৰথ—যি আজ্ঞা মহাৰাজ। আৰু বিলম্ব কৰা উচিত নহয়। ইয়াক এতিয়াই মাৰা ভাল। [অভিৰ প্ৰতি] অৰ্জ্জুন-পুত্ৰ! তই বালক হৈ ইমান গৰ্ব্ব কৰ! এতিয়াই তোৰ গৰ্ব্ব খৰ্ব্ব হব। আহ; যুদ্ধ দে।

[যুদ্ধ আৰু সপ্তৰথীৰ পলায়ন]

অভি—হে কৃষ্ণ, দীনবন্ধু, দীননাথ! এই বিপদৰপৰা ৰক্ষা কৰা। তোমাৰ প্ৰিয় ভৃত্য অভি, অন্যায় যুদ্ধত প্ৰাণ হেৰুৱায়; চৰমকালত তোমাৰ শ্ৰীচৰণ দৰ্শন দি অভয় দান কৰা। তোমাৰ সেই অভয় পদত যেন মোৰ অচলা ভক্তি থাকে! এই কামনা প্ৰভো! দয়াময়; হে শমনদমন, জগ-ত্তাৰণ, বিপদভঞ্জন হৰি! আৰু যেন এই মৰ্ত্ত্যভূমিত জন্ম লব নালাগে। দয়াময়! দয়া কৰি দাসৰ এই অভিলাষ পূৰ্ণ কৰা।

খাম্বাজ—একতালা ।

মিনতি কৰিছোঁ কৰজোৰ কৰি'
কৰা কৃপা হৰি অধম জনে ;
মনৰ আন্ধাৰে পৰি আমি নৰ,
কত অপৰাধ কৰিছোঁ ঈশ্বৰ,
ক্ষমিবা সিসব দোষ অজ্ঞানৰ,
দয়া কৰি হৰি আপন গুণে ।
তজু পদে হৰি এই নিবেদন,
পৰ হিতে যেন সদা থাকে মন,
পৰৰ কাৰণ সদা কান্দে মন,
নাই অন্য বাঞ্ছা আমাৰ মনে ॥

[ সপ্তৰথীৰ প্ৰবেশ ]

অভি—কি সেনাপতিসকল ! আকৌ আহিছে। আপোনালোকৰ অলপো ঘৃণা নাই, লজ্জা নাই, ভয় নাই ! আপোনালোকৰ জীৱন ধিক ! বীৰত্ব শতবাৰ ধিক ! বাৰে ২ মোৰ হাতত পৰাস্ত হৈও লাজত মৰি যোৱা নাই ! বালক বুলি ইমান দম্ভালি কৰিছিল, এতিয়া সেই দৰ্প কলৈ গল ? পলায়ন ধৰ্ম্ম বীৰৰ নহয় ; শিয়াল কুকুৰ আদি দুৰ্ব্বল পশুৰহে। চন্দ্ৰ, সূৰ্য্য, অগ্নি, বৰুণ, যম, পুৰন্দৰ সকলো সাক্ষী ; এইবাৰ নপলাব । আপোনালোকে এই বীৰত্বেৰে পাণ্ডৱক পৰাস্ত কৰি দুৰ্যোধনক ৰাজ্য দিম বুলি প্ৰবোধ দিছে ! ক্ষন্তেক ৰব। আজি সকলোকে একে লগে বিনাশ কৰোঁ ।

কুখ্যাতি আনাত মোৰ যি লাজ লাগিছে তাক কি কম ! আহক বাৰু। কাৰ কিমান ক্ষমতা চোৱা যাওক। অৰ্জ্জুন-পুত্ৰ অভিক সহজে বিনাশ কৰিব পাৰিব বুলি নাভাবিব। যদি হয় তেন্তে মোৰ বাহুবলো মিছা আৰু ধনুৰ্ব্বাণো মিছা।

দুৰ্য্যোধন—কি ? বালক ! সৰুমুখত বৰ কথা। আহ-চোন চাওঁ, কোনে কাক মাৰিব পাৰে। যোধাৰুসকল ! কি চাইছা ? ইয়াক এতিয়াই বধ কৰা।

জয়দ্ৰথ—যি আজ্ঞা মহাৰাজ। আৰু বিলম্ব কৰা উচিত নহয়। ইয়াক এতিয়াই মাৰা ভাল। [ অভিৰ প্ৰতি ] অৰ্জ্জুন-পুত্ৰ ! তই বালক হৈ ইমান গৰ্ব্ব কৰ ! এতিয়াই তোৰ গৰ্ব্ব খৰ্ব্ব হব। আহ ; যুদ্ধ দে।

[ যুদ্ধ আৰু সপ্তৰথীৰ পলায়ন ]

অভি—হে কৃষ্ণ, দীনবন্ধু, দীননাথ ! এই বিপদৰপৰা ৰক্ষা কৰা। তোমাৰ প্ৰিয় ভৃত্য অভি, অন্যায় যুদ্ধত প্ৰাণ হেৰুৱায় ; চৰমকালত তোমাৰ শ্ৰীচৰণ দৰ্শন দি অভয় দান কৰা। তোমাৰ সেই অভয় পদত যেন মোৰ অচলা ভক্তি থাকে ! এই কামনা প্ৰভো ! দয়াময় ; হে শমনদমন, জগত্তাৰণ, বিপদভঞ্জন হৰি ! আৰু যেন এই মৰ্ত্তভূমিত জন্ম লব নালাগে। দয়াময় ! দয়া কৰি দাসৰ এই অভিলাষ পূৰ্ণ কৰা।

খাম্বাজ—একতালা ।

মিনতি কৰিছোঁ কৰজোৰ কৰি’
কৰা কৃপা হৰি অধম জনে ;
মনৰ আন্ধাৰে পৰি আমি নৰ,
কত অপৰাধ কৰিছোঁ ঈশ্বৰ,
ক্ষমিবা সিসব দোষ অজ্ঞানৰ,
দয়া কৰি হৰি আপন গুণে ।
তজু পদে হৰি এই নিবেদন,
পৰ হিতে যেন সদা থাকে মন,
পৰৰ কাৰণ সদা কান্দে মন,
নাই অন্য বাঞ্ছা আমাৰ মনে ॥

[সপ্তৰথীৰ প্ৰবেশ]

অভি—কি সেনাপতিসকল ! আকৌ আহিছে। আপোনালোকৰ অলপো ঘৃণা নাই, লজ্জা নাই, ভয় নাই ! আপোনালোকৰ জীৱন ধিক ! বীৰত্ব শতবাৰ ধিক ! বাৰে ২ মোৰ হাতত পৰাস্ত হৈও লাজত মৰি যোৱা নাই ! বালক বুলি ইমান দম্ভালি কৰিছিল, এতিয়া সেই দৰ্প কলৈ গল ? পলায়ন ধৰ্ম্ম বীৰৰ নহয় ; শিয়াল কুকুৰ আদি দুৰ্ব্বল পশুৰহে। চন্দ্ৰ, সূৰ্য্য, অগ্নি, বৰুণ, যম, পুৰন্দৰ সকলো সাক্ষী ; এইবাৰ নপলাব। আপোনালোকে এই বীৰত্বেৰে পাণ্ডৱক পৰাস্ত কৰি দুৰ্যোধনক ৰাজ্য দিম বুলি প্ৰবোধ দিছে ! ক্ষন্তেক ৰব। আজি সকলোকে একে লগে বিনাশ কৰোঁ।

কৰ্ণ—সেনাপতিসকল ! মই যি কওঁ শুনা। এইদৰে যুদ্ধ কৰিলে একো নহয়। তোমালোকৰ কোনোৱে শৰ কাটা, কোনোৱে ধনু কাটা, কোনোৱে সাৰথিকে মাৰা, কোনোৱে ৰথৰ ঘোঁৰাকে মাৰা ; নহলে ইয়াক বিনাশ কৰা টান।

দুৰ্য্যোধন—বালক ! তই আৰু দম্ভ নকৰিবি। নিশ্চয় তোৰ আয়ু শেষ হৈছে। এই চা তোক যমঘৰলৈ পঠাওঁ।

[ যুদ্ধ আৰু সপ্তৰথীৰ পলায়ন ]

অভি—[ তৰোৱাল হাতত লৈ ] শ্ৰীমধুসূদন, বিপদভঞ্জন, জগত্তাৰণ শ্ৰীকৃষ্ণ ! এই সময়ত এবাৰ দেখা দিয়া ; চক্ষু ভৰি তোমাৰ নৱ-দুৰ্ব্বাদল-শ্যাম ৰূপ চাই মন সুস্থ কৰোঁ। মাতা জগদম্বা ! কৃপা কৰি আশীৰ্ব্বাদ কৰা, যেন বিপদে মোক কৰ্ত্তব্যপৰা বিমুখ কৰিব নোৱাৰে।

[ সপ্তৰথীৰ প্ৰবেশ ]

অভি—কি ! আকৌ আহিছে ! আপোনালোকে আজি ভূত পিশাচৰ আচৰণ কৰিবলৈকো কুণ্ঠিত নহল। আজি চন্দ্ৰ সূৰ্য্য, প্ৰভৃতি দেৱতাৰ শপত, এইবাৰ নপলাব। গুৰুদেৱ ! আপুনি ধৰ্ম্মপৰায়ণ হৈ এনে মহাপাপ আচৰিবলৈ ভয় নকৰিলে ! সপ্তৰথী মিলি নিৰস্ত্ৰ বালক এটিক বধ কৰিবলৈ আপোনাৰ ইমান যত্ন ! এই আপোনাৰ বীৰত্ব ! এই আপোনাৰ ক্ষত্ৰীয় ধৰ্ম্ম ! এই পাপে আপুনি অচিৰে ধ্বংস পাব। অঙ্গৰাজ ! আপোনাৰ দৰ্প কলৈ গল ? ছিঃ এই বীৰত্বেৰে অৰ্জ্জুনক মাৰিবলৈ প্ৰতিজ্ঞা কৰিছিল ! এতিয়া

অর্জ্জুনপুত্র সামান্য বালক এটাই আপোনাৰ কি দুৰ্গতি কৰিলে। নিবস্ত্র বালকৰ যুদ্ধত আপোনাৰ এই দুৰ্দ্দশা! এই পাপৰ পৰাই অৰ্জ্জুনৰ হাতত আপোনাৰ মূৰ যাব। নিলাজ প্ৰবঞ্চক, কুবুবুধীয়া শকুনি! এই এটাই কুমন্ত্ৰণা তোৰপৰাহে হৈছে। এই তৰোৱালেৰে আজি তোৰ মূৰ কাটি পাণ্ডুকুল নিস্তাৰ কৰিম। ক্ষন্তেক ৰবি; নপলাবি! পলালেও অচিৰে নাক-কাণ কটা গৈ, নানা দুৰ্গতি ভুঞ্জি মৰিবি। পাপাচাৰী জয়দ্ৰথ! তোমাৰ মূৰ মাটিত বাগৰি ফুৰিব। ভীৰু দুশাষণ! এই পাপে ভীমে অচিৰে তোমাৰ ৰক্তপান কৰিব। গুৰু কৃপ! গুৰু অশ্বত্থমা! আপোনালোকৰো এই ধৰ্ম্ম! আপোনালোকৰ এই কলঙ্ক যাবৎ-চন্দ্ৰ-দিবাকৰলৈ থাকিব। অভিমানী দুৰ্য্যোধন! আজি মই তোমাৰ বংশ নাশ কৰিলো; অচিৰে ভীমে ধৃতৰাষ্ট্ৰৰ বংশ নাশ কৰিব; কাৰো ৰাখিবৰ সাধ্য নাই।

দুৰ্য্যোধন— গুৰুদেৱ, মামা, সখি কৰ্ণ আৰু সহ্য নহয়। এতিয়াই ইয়াক বধ কৰা।

জয়দ্ৰথ—মহাৰাজ! এই বালকক এতিয়াই বধ কৰিম, তাৰ নিমিত্তে চিন্তা নকৰিব। অভি! তই আজি আকৌ ঘৰলৈ যাবৰ আশা কৰিছনে? আজি তোৰ মৃত্যু ধ্ৰুপ। আহ, যুদ্ধ দে।

[যুদ্ধ আৰু সপ্তৰথাৰ পলায়ন]

অভি—উঃ! শৰীৰ অবশ হৈ আহিল; শৰৰ বিষে ব্যথিত কৰিলে, ৰথ নাই, সাৰথি নাই, ধনু-অস্ত্ৰ নাই। গুৰু

কর্ণ—সেনাপতিসকল ! মই যি কওঁ শুনা। এইদৰে যুদ্ধ কৰিলে একো নহয়। তোমালোকৰ কোনোৱে শৰ কাটা, কোনোৱে ধনু কাটা, কোনোৱে সাৰথিকে মাৰা, কোনোৱে ৰথৰ ঘোঁৰাকে মাৰা ; নহলে ইয়াক বিনাশ কৰা টান।

দুৰ্যোধন—বালক ! তই আৰু দম্ভ নকৰিবি। নিশ্চয় তোৰ আয়ু শেষ হৈছে। এই চা তোক যমঘৰলৈ পঠাওঁ।

[যুদ্ধ আৰু সপ্তৰথীৰ পলায়ন]

অভি—[তৰোৱাল হাতত লৈ] শ্ৰীমধুসূদন, বিপদভঞ্জন, জগত্তাৰণ শ্ৰীকৃষ্ণ ! এই সময়ত এবাৰ দেখা দিয়া ; চক্ষু ভৰি তোমাৰ নৱ-দুৰ্ব্বাদল-শ্যাম ৰূপ চাই মন সুস্থ কৰোঁ। মাতা জগদম্বা ! কৃপা কৰি আশীৰ্ব্বাদ কৰা, যেন বিপদে মোক কৰ্ত্তব্যৰপৰা বিমুখ কৰিব নোৱাৰে।

[সপ্তৰথীৰ প্ৰবেশ]

অভি—কি ! আকৌ আহিছে ! আপোনালোকে আজি ভূত পিশাচৰ আচৰণ কৰিবলৈকো কুণ্ঠিত নহল। আজি চন্দ্ৰ সূৰ্য্য, প্ৰভৃতি দেৱতাৰ শপত, এইবাৰ নপলাব। গুৰুদেৱ ! আপুনি ধৰ্ম্মপৰায়ণ হৈ এনে মহাপাপ আচৰিবলৈ ভয় নকৰিলে ! সপ্তৰথী মিলি নিৰস্ত্ৰ বালক এটিক বধ কৰিবলৈ আপোনাৰ ইমান যত্ন ! এই আপোনাৰ বীৰত্ব ! এই আপোনাৰ ক্ষত্ৰীয় ধৰ্ম্ম ! এই পাপে আপুনি অচিৰে ধ্বংস পাব। অঙ্গৰাজ ! আপোনাৰ দৰ্প কলৈ গল ? ছিঃ এই বীৰত্বেৰে অৰ্জ্জুনক মাৰিবলৈ প্ৰতিজ্ঞা কৰিছিল ! এতিয়া

অৰ্জ্জুনপুত্ৰ সামান্য বালক এটাই আপোনাৰ কি দুৰ্গতি কৰিলে। নিবস্ত্ৰ বালকৰ যুদ্ধত আপোনাৰ এই দুৰ্দ্দশা! এই পাপৰ পৰাই অৰ্জ্জুনৰ হাতত আপোনাৰ মূৰ যাব। নিলাজ প্ৰবঞ্চক, কুৰবুধীয়া শকুনি! এই এটাই কুমন্ত্ৰণা তোৰপৰাহে হৈছে। এই তৰোৱালেৰে আজি তোৰ মূৰ কাটি পাণ্ডুকুল নিস্তাৰ কৰিম। ক্ষন্তেক ৰবি; নপলাবি। পলালেও অচিৰে নাক-কাণ কাটা গৈ, নানা দুৰ্গতি ভুঞ্জি মৰিবি। পাপাচাৰী জয়দ্ৰথ! তোমাৰ মূৰ মাটিত বাগৰি ফুৰিব। ভীৰু দুশাষণ! এই পাপে ভীমে অচিৰে তোমাৰ ৰক্তপান কৰিব। গুৰু কৃপ! গুৰু অশ্বথমা! আপোনালোকৰো এই ধৰ্ম্ম! আপোনা-লোকৰ এই কলঙ্ক যাবৎ-চন্দ্ৰ-দিবাকৰলৈ থাকিব। অভিমানী দুৰ্য্যোধন! আজি মই তোমাৰ বংশ নাশ কৰিলো; অচিৰে ভীমে ধৃতৰাষ্ট্ৰৰ বংশ নাশ কৰিব; কাৰো ৰাখিবৰ সাধ্য নাই।

দুৰ্য্যোধন— গুৰুদেৱ, মামা, সখি কৰ্ণ আৰু সহ্য নহয়। এতিয়াই ইয়াক বধ কৰা।

জয়দ্ৰথ—মহাৰাজ! এই বালকক এতিয়াই বধ কৰিম, তাৰ নিমিত্তে চিন্তা নকৰিব। অভি! তই আজি আকৌ ঘৰলৈ যাবৰ আশা কৰিছনে? আজি তোৰ মৃত্যু ধুৰুপ। আহ, যুদ্ধ দে।

[ যুদ্ধ আৰু সপ্তৰথীৰ পলায়ন ]

অভি—উঃ! শৰীৰ অবশ হৈ আহিল; শৰৰ বিষে ব্যথিত কৰিলে, ৰথ নাই, সাৰথি নাই, ধনু-অস্ত্ৰ নাই। গুৰু

দ্ৰোণ ! তুমি যে এনে নিৰ্দ্দয়, এইকথা সপ্নতো ভাবা নাছিলোঁ। এতিয়া, অন্তিম কালত কি উপায়েৰে মহাৰাজৰ উপকাৰ কৰোঁ ? [ ৰথচক্ৰ হাতত লৈ ] এই চক্ৰই মোৰ একমাত্ৰ অস্ত্ৰ ; দেখা যাওক ইয়াৰে কিমান দূৰ হয়।

[ সপ্তৰথীৰ প্ৰবেশ ]

দুৰ্য্যোধন—কি বালক ! তোৰ দৰ্প গল হবলা ? কুৰুকুল নিৰ্ব্বংশ নকৰনে ? আহ, যদি তোৰ শক্তি থাকে ! আজি তোক জীয়াই নেৰোঁ।

অভি—কি আশ্চৰ্য্য ! আপোনালোক ইমান নিলাজ। বাৰে ২ পলায় গৈ প্ৰাণ ৰক্ষা কৰিলে, কিন্তু এইবাৰ সাৰি যোৱা টান হব। আপোনালোকৰ কাপুৰুষতা দেখি পৃথিবী স্তম্ভিত হল। এনে অন্যায় যুদ্ধ কৰা মহা পাপৰ ভাৰ পৃথিবীয়ে নসহিব। মোৰ মৰণত পাণ্ডৱৰ বিশেষ হানি নহয় ; কিন্তু এই অন্যায় যুদ্ধৰ খবৰ পাই ভীম, অৰ্জ্জুন যেতিয়া ক্ষুধিত বাঘৰ দৰে আহিব, তেতিয়া আপোনালোকক ৰক্ষা কৰোঁতা বীৰ ত্ৰিভুবনত নোলাব। তেওঁলোকৰ প্ৰহাৰত কুৰুসৈন্যই ফৰিঙ্গ জাহ দিয়াদি জাহ দিব। কাৰ সাধ্য নিবাৰণ কৰে ! চন্দ্ৰ যদি দিনত ওলায়, পূবৰ সূৰ্য্য যদি পশ্চিমে উদয় হয়, সতী তিৰোতাই যদি স্বামী পৰিত্যাগ কৰে, তথাপি ভীম অৰ্জ্জুনৰ পৰাভৱ নাই। স্বৰ্গৰ ইন্দ্ৰ, পাতালৰ অনন্তত শৰণ ললেও আপোনালোকৰ নিস্তাৰ নাই। সাগৰত লুকাই থাকিলেও ভীম অৰ্জ্জুনে বিচাৰি ২ বধ কৰিব। মই নৱ-দুৰ্ব্বাদল-শ্যাম

ৰূপ ধ্যান কৰি সমুখ সমৰত পৰি স্বৰ্গলৈ যাম; কিন্তু এই মহাপাতেকৰ ফল আপোনালোকে যুগ-যুগান্তৰলৈ ভূঞ্জিব।

কৰ্ণ—পিশাচ! মৰিবৰ পৰত তোৰ মুখত হিতকথা ওলাইছে। এই চা, তোৰ ৰথ-চক্ৰ কাটি পেলাওঁ।

[যুদ্ধ আৰু অভিৰ পতন]

অভি—শ্ৰীকৃষ্ণ, দীনবন্ধু! দাসৰ অপৰাধ ক্ষমা কৰিব। মাতা! মই আপোনাৰ চৰণ সেৱা কৰিবলৈ নাপালোঁ। উত্তৰা! উত্তৰা! প্ৰাণৰ উত্তৰা! তোমাৰ সংসাৰৰ সুখ-ভোগ আজি অন্ত হল! তুমি যেতিয়া এই শোকৰ বাতৰি পাবা, হায়, হায়! তোমাৰ কোমল হিয়াবিদীৰ্ণ হৈ যাব! এতিয়া বিদায়। উ—ত—ৰা (নিমাত)

দুৰ্য্যোধন—গুৰুদেৱ! এইবাৰ অভি নিশ্চয় মৰিল। একেবাৰে অচেতন হৈছে। নিশ্বাস নাই।

দ্ৰোণ—অভি যম ঘৰলৈ গল, তাৰ অলপো সন্দেহ নাই।

জয়দ্ৰথ—নহয়; কব নোৱাৰি। শত্ৰুত বিশ্বাস কি? ক্ষন্তেক ৰব। মই গদাৰে কোব মাৰি তাৰ মূৰটো ভাঙোঁ।

[গদাৰ কোবত অভিৰ মৃত্যু]

সৈন্যগণ—জয় কুৰুপতিৰ জয়! জয় মহাৰাজ দুৰ্য্যোধনৰ জয়! জয় গুৰু দ্ৰোণৰ জয়!

---

দ্ৰোণ ! তুমি যে এনে নিৰ্দ্দয়, এইকথা সপ্নতো ভাবা নাছিলোঁ। এতিয়া, অন্তিম কালত কি উপায়েৰে মহাৰাজৰ উপকাৰ কৰোঁ ? [ ৰথচক্ৰ হাতত লৈ ] এই চক্ৰই মোৰ একমাত্ৰ অস্ত্ৰ ; দেখা যাওক ইয়াৰে কিমান দূৰ হয়।

[ সপ্তৰথীৰ প্ৰবেশ ]

দুৰ্য্যোধন—কি বালক ! তোৰ দৰ্প গল হবলা ? কুৰু-কুল নিৰ্ব্বংশ নকৰনে ? আহ, যদি তোৰ শক্তি থাকে ! আজি তোক জীয়াই নেৰোঁ।

অভি—কি আশ্চৰ্য্য ! আপোনালোক ইমান নিলাজ। বাৰে ২ পলায় গৈ প্ৰাণ ৰক্ষা কৰিলে, কিন্তু এইবাৰ সাৰি যোৱা টান হব। আপোনালোকৰ কাপুৰুষতা দেখি পৃথিবী স্তম্ভিত হল। এনে অন্যায় যুদ্ধ কৰা মহা পাপৰ ভাৰ পৃথিবীয়ে নসহিব। মোৰ মৰণত পাণ্ডৱৰ বিশেষ হানি নহয় ; কিন্তু এই অন্যায় যুদ্ধৰ খবৰ পাই ভীম, অৰ্জ্জুন যেতিয়া ক্ষুধিত [illegible] দৰে আহিব, তেতিয়া আপোনালোকক ৰক্ষা কৰোঁতা বীৰ ত্ৰিভুবনত নোলাব। তেওঁলোকৰ প্ৰহাৰত কুৰুসৈন্যই ফৰিঙ্গ জাহ দিয়াদি জাহ দিব। কাৰ সাধ্য নিবাৰণ কৰে! চন্দ্ৰ যদি দিনত ওলায়, পূবৰ সূৰ্য্য যদি পশ্চিমে উদয় হয়, সতী তিৰোতাই যদি স্বামী পৰিত্যাগ কৰে, তথাপি ভীম অৰ্জ্জুনৰ পৰাভৱ নাই। স্বৰ্গৰ ইন্দ্ৰ, পাতালৰ অনন্তত শৰণ ললেও আপোনালোকৰ নিস্তাৰ নাই। সাগৰত লুকাই থাকিলেও ভীম অৰ্জ্জুনে বিচাৰি ২ বধ কৰিব। মই নৱ-দুৰ্ব্বাদল-শ্যাম

ৰূপ ধ্যান কৰি সমুখ সমৰত পৰি স্বৰ্গলৈ যাম ; কিন্তু এই মহাপাতেকৰ ফল আপোনালোকে যুগ-যুগান্তৰলৈ ভূঞ্জিব ।

কৰ্ণ—পিশাচ ! মৰিবৰ পৰত তোৰ মুখত হিতকথা ওলাইছে । এই চা, তোৰ ৰথ-চক্ৰ কাটি পেলাওঁ ।

[ যুদ্ধ আৰু অভিৰ পতন ]

অভি—শ্ৰীকৃষ্ণ, দীনবন্ধু ! দাসৰ অপৰাধ ক্ষমা কৰিব । মাতা ! মই আপোনাৰ চৰণ সেৱা কৰিবলৈ নাপালোঁ । উত্তৰা ! উত্তৰা ! প্ৰাণৰ উত্তৰা ! তোমাৰ সংসাৰৰ সুখ-ভোগ আজি অন্ত হল ! তুমি যেতিয়া এই শোকৰ বাতৰি পাবা, হায়, হায় ! তোমাৰ কোমল হিয়াবিদীৰ্ণ হৈ যাব ! এতিয়া বিদায় । উ—ত—ৰা ( নিমাত )

দুৰ্য্যোধন—গুৰুদেৱ ! এইবাৰ অভি নিশ্চয় মৰিল । একেবাৰে অচেতন হৈছে । নিশ্বাস নাই ।

দ্ৰোণ—অভি যম ঘৰলৈ গল, তাৰ অলপো সন্দেহ নাই ।

জয়দ্ৰথ—নহয় ; কব নোৱাৰি । শত্ৰুত বিশ্বাস কি ? ক্ষন্তেক ৰব । মই গদাৰে কোব মাৰি তাৰ মূৰটো ভাঙোঁ ।

[ গদাৰ কোবত অভিৰ মৃত্যু ]

সৈন্যগণ—জয় কুৰুপতিৰ জয় ! জয় মহাৰাজ দুৰ্য্যোধনৰ জয় ! জয় গুৰু দ্ৰোণৰ জয় !

---

# পঞ্চম অঙ্ক।

## প্ৰথম গৰ্ভাঙ্ক

### পাণ্ডৱ ছাউনী

[যুধিষ্ঠিৰ মূৰ্চ্ছিত ; ভীম, নকুল, সহদেৱ আৰু ৰথীসকলৰ ক্ৰন্দন]

[শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ প্ৰবেশ]

অৰ্জ্জুন—নাৰায়ণ! ই, কি! আজি পাণ্ডৱ ছাউনী এনে নিৰানন্দ কিয়? কাৰো মুখত মাত নাই; যেন কাঁহ পৰি জিনহে গৈছে। আজি গোটেই দিনটো মোৰ বাঁও হাত আৰু বাঁও চকু নাচি আছে। মনটো উগুল থুগুলকৈ আছে। নিশ্চয় জানিছোঁ মহাৰাজৰ আজি কিবা [illegible] হৈছে। ক'তা? ধৰ্ম্মৰাজ যুধিষ্ঠিৰ কলৈ গল! [ইপিনে সিপিনে চাই] এইয়া; কি আচৰিত! মহাৰাজ দেখো মাটিত পৰি মুছকছ গৈ আছে! ইয়াৰ কাৰণ কি? ৰথী সকলেও দেখো বিমৰ্ষ ভাৱে ৰোদন কৰিছে। তেন্তে প্ৰভো! আমালোকে শ্ৰীচৰণত কিবা অপৰাধ কৰিলোঁনেকি?

শ্ৰীকৃষ্ণ—সখি! তুমি ক্ষান্ত হোৱা। ইমান উদ্বিগ্ন নহবা। যুদ্ধত ক্লান্ত হোৱাত সিবিলাক তেনেকৈ আছে।

অৰ্জ্জুন—নহয় সখি! তুমি মোক যিমান প্ৰবোধ দিছা মনে তাক কেতিয়াও মানা নাই। আজি কিবা ডাঙৰ বিপদ

হৈছে। মাজিউ দাদা! কি হৈছে সোনকালে কওক। আপোনালোকে কিয় এনেকৈ কান্দিছে ? আৰু ধৰ্ম্মৰাজ বা কিয় মুৰ্চ্ছিত হৈছে ? পাণ্ডৱ ছাউনী এনে নিৰানন্দময় কিয় ?

ভীম—বাপা! মই সেই কথা কেনেকৈ কওঁ ? মনত পৰিলেই হৃদয় বিদীৰ্ণ হয়। মুখতো ওলাব নোখোজে। [ কান্দে ]

অৰ্জ্জুন—আৰ্য্য! শীঘ্ৰে কওক। নহলে মই মুহুৰ্ত্তও স্থিৰেৰে থাকিব নোৱাৰোঁ।

ভীম—ভাই! আজিৰ ৰণত আমি প্ৰাণৰ অধিক হেৰুৱালোঁ হায়! বাচা অভি! [ কান্দে ]

অৰ্জ্জুন—কি কয় ? অভিমন্যু নাই ? হায় অভি! তুমি কলৈ গলা ? [ পতন আৰু মুৰ্চ্ছা ]

ভীম—হায়! কি হল ? ভাই অৰ্জ্জুন! উঠা ; উঠা ; ধৰ্ম্মৰাজৰ মুৰ্চ্ছা এতিয়াও ভঙ্গ হোৱা নাই ; তাতে আকৌ অৰ্জ্জুন অচেতন। নাৰায়ণ! আজি পাণ্ডৱৰ সমূহ বিপদ। অভিক হেৰুৱাইছোঁ ; আকৌ ধৰ্ম্মৰাজ আৰু অৰ্জ্জুনকো হেৰুৱাওনে কি ? হায়! আমাৰ কিহল ? দেৱ! ইয়াৰ এটা উপায় কৰক।

শ্ৰীকৃষ্ণ—তাৰ নিমিত্তে চিন্তা নকৰিব। দুয়ো এতিয়াই চেতন লাভ কৰিব। যি হব লগীয়া হল। কান্দিলে অভি এতিয়া উভতি নাহে। যাতে দুৰ্য্যোধন পৰাস্ত হয় তাৰ

# পঞ্চম অঙ্ক।

## প্ৰথম গৰ্ভাঙ্ক

### পাণ্ডৱ ছাউনী

[যুধিষ্ঠিৰ মূৰ্চ্ছিত ; ভীম, নকুল, সহদেৱ আৰু দণ্ডাসকলৰ ক্ৰন্দন ]

[ শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনৰ প্ৰবেশ ]

অৰ্জ্জুন—নাৰায়ণ ! ই, কি ! আজি পাণ্ডৱ ছাউনী এনে নিৰানন্দ কিয় ? কাৰো মুখত মাত নাই ; যেন কাঁহ পৰি জিনহে গৈছে। আজি গোটেই দিনটো মোৰ বাঁও হাত আৰু বাঁও চকু নাচি আছে। মনটো উগুল থুগুলকৈ আছে। নিশ্চয় জানিছোঁ মহাৰাজৰ আজি কিবা [illegible] হৈছে। ক'তা ? ধৰ্ম্মৰাজ যুধিষ্ঠিৰ কলৈ গল ! [ ইপিনে সিপিনে চাই ] এইয়া ; কি আচৰিত ! মহাৰাজ দেখো মাটিত পৰি মুছকছ গৈ আছে ! ইয়াৰ কাৰণ কি ? ৰথী সকলেও দেখো বিমৰ্ষ ভাবে ৰোদন কৰিছে। তেন্তে প্ৰভো ! আমালোকে শ্ৰীচৰণত কিবা অপৰাধ কৰিলোঁনেকি ?

শ্ৰীকৃষ্ণ—সখি ! তুমি ক্ষান্ত হোৱা। ইমান উদ্বিগ্ন নহবা। যুদ্ধত ক্লান্ত হোৱাত সিবিলাক তেনেকৈ আছে।

অৰ্জ্জুন—নহয় সখি ! তুমি মোক যিমান প্ৰবোধ দিছা মনে তাক কেতিয়াও মানা নাই। আজি কিবা ডাঙৰ বিপদ

হৈছে। মাজিউ দাদা! কি হৈছে সোনকালে কওক। আপোনালোকে কিয় এনেকৈ কান্দিছে? আৰু ধৰ্ম্মৰাজ বা কিয় মুৰ্চ্ছিত হৈছে? পাণ্ডৱ ছাউনী এনে নিৰানন্দময় কিয়?

ভীম—বাপা! মই সেই কথা কেনেকৈ কওঁ? মনত পৰিলেই হৃদয় বিদীৰ্ণ হয়। মুখতো ওলাব নোখোজে। [ কান্দে ]

অৰ্জ্জুন—আৰ্য্য! শীঘ্ৰে কওক। নহলে মই মুহুৰ্ত্তও স্থিৰেৰে থাকিব নোৱাৰোঁ।

ভীম—ভাই! আজিৰ ৰণত আমি প্ৰাণৰ অধিক হেৰুৱালোঁ হায়! বাচা অভি! [ কান্দে ]

অৰ্জ্জুন—কি কয়? অভিমন্যু নাই? হায় অভি! তুমি কলৈ গলা? [ পতন আৰু মুৰ্চ্ছা ]

ভীম—হায়! কি হল? ভাই অৰ্জ্জুন! উঠা; উঠা; ধৰ্ম্মৰাজৰ মুৰ্চ্ছা এতিয়াও ভঙ্গ হোৱা নাই; তাতে আকৌ অৰ্জ্জুন অচেতন। নাৰায়ণ! আজি পাণ্ডৱৰ সমূহ বিপদ। অভিক হেৰুৱাইছোঁ; আকৌ ধৰ্ম্মৰাজ আৰু অৰ্জ্জুনকো হেৰুৱাওনে কি? হায়! আমাৰ কিহল? দেৱ! ইয়াৰ এটা উপায় কৰক।

শ্ৰীকৃষ্ণ—তাৰ নিমিত্তে চিন্তা নকৰিব। দুয়ো এতিয়াই চেতন লাভ কৰিব। যি হব লগীয়া হল। কান্দিলে অভি এতিয়া উভতি নাহে। যাতে দুৰ্য্যোধন পৰাস্ত হয় তাৰ

উপায় চিন্তা কৰক। একেবাৰে বিহ্বল নহব। সখি অৰ্জ্জুন! দাদা ধৰ্ম্মৰাজ! গা তোলক। [ পানী দিয়ে আৰু বিচে ]

যুধিষ্ঠিৰ—[ গা তুলি ] ক'তা? মোৰ অভি ক'তা? নাৰায়ণ! অভি কলৈ গল? হায় মই কি মহাপাপী? সামান্য ৰাজ্যৰ লোভত, কুল-ধুৰন্ধৰ পুত্ৰ অভিক বলি দিলোঁ। ভবিষ্যত জল-পিণ্ডৰ আশাৰ মুলতে কুঠাৰ মাৰিলোঁ। উঃ! এনে নিদাৰুণ হিয়া; জীৱ ইমান পৰেও ওলাই যোৱা নাই! মোৰ জীৱন ধিক। ইয়াতকৈ বনবাস সহস্ৰ গুণে ভাল। প্ৰাণৰ অভি! [ কান্দে ]

অৰ্জ্জুন—[ গা তুলি ] উঃ কি পৰিতাপ! পুত্ৰ অভিমন্যু! তুমি কলৈ গলা? আহা, পিতা পিতা বুলি কোলাত উঠি তাপত প্ৰাণ শীতল কৰাহি। প্ৰাণধন অভি! উঃ! হৃদয় সৰ্ব্বস্ব, জীৱনৰ জীৱন, অন্ধৰ নয়ন অভি! তোমাক নেদেখি প্ৰাণ যায়। এবাৰ দেখা দি প্ৰাণ ৰক্ষা কৰা। তোমাৰ মাৰাক মই কি বুলি প্ৰবোধ দিম? তেওঁ যে তোমাৰ অবিহনে প্ৰাণ ৰাখিব নোৱাৰিব। বাপা! এবাৰ তোৰ জননীক দেখা দি প্ৰাণ ৰক্ষা কৰা। প্ৰাণধন! তোমাৰ মনত এইহে আছিল? দুৰন্ত যম! তোৰ মনোবাঞ্ছা পূৰ্ণ হলনে? অভিৰ লগতে মোকো মাৰি নিনিয় কিয়? আহা! পুত্ৰশোক কি ভয়ানক! মই কেনেকৈ এই শোকৰপৰা পৰিত্ৰাণ পাওঁ?

[ কান্দে ]

শ্ৰীকৃষ্ণ—সখি! আৰু নাকান্দিবা। ক্ষান্ত হোৱা, ধৈৰ্য্য

ধৰা। তোমাৰ পুত্ৰ অভি বীৰোচিত কাৰ্য্য কৰি স্বৰ্গলৈ গল। এতিয়া শোক কৰি তাক স্বৰ্গচ্যুত নকৰিব। তেওঁৰ যশে ত্ৰিভুবন ভৰি গল। এতিয়া মোৰ কথা শুনা। যাতে কুৰুকুল নিৰ্ব্বংশ হয় তাৰ চেষ্টা কৰা। তোমাৰ নিচিনা বীৰ পুৰুষ এনেকৈ শোকাতুৰ হোৱা উচিত নহয়। তুমি এই যদি এনে অস্থিৰ হোৱা, তেন্তে ধৰ্ম্মৰাজক প্ৰবোধ দিব কোনে ? চোৱাচোন, তেওঁ শোকত কেনেকৈ মাটিত পৰি কান্দিছে।

অৰ্জ্জুন—দাদা ! আপুনি সঁচাকৈ কওক। মোৰ প্ৰাণৰ অভি কাৰ হাতত মৰিছে ? কোন পাপাত্মাই জলা জুইত জাপ দিলে ? কাৰ এনে মতিচ্ছন্ন হল ?

ভীম—ভাই ! সেই কথা কলেও হৃদয় বিদীৰ্ণ হয়। মই কেনেকৈ প্ৰাণৰ অভিৰ নিধন বৃতান্ত কওঁ ? উঃ ! মোৰ হিয়া শিলেৰে গঢ়া হবলা। বিধাতা তোৰ মনত এইহে আছিল। তই মোক প্ৰাণসম অভিৰ নিধন বৃতান্ত কবলৈহে সৃজিছিলি ! পাপ হৃদয় ! তই দুফাল হ। প্ৰাণ ! তই শীঘ্ৰে ওলাই যা। মই প্ৰাণৰ অভিৰ শোকৰপৰা নিস্তাৰ পাওঁ। উঃ ! কি পৰিতাপ ! অভি ! কলৈ গলি ? [ কান্দে ]

অৰ্জ্জুন—দাদা ! কান্দিলে কি হব ? এতিয়া হৃদয় শিলেৰে বান্ধক। মনক প্ৰবোধ দি অভিৰ নিধন বাৰ্ত্তা কওক। মই সেই পাপাত্মা পুত্ৰহন্তাৰ সমুচিত দণ্ড বিধান নকৰোঁমানে ধৈৰ্য্য ধৰিব নোৱাৰোঁ।

ভীম—ভাই ! দ্ৰোণে অদ্ভুত চক্ৰব্যূহ ৰচনা কৰি, জয়দ্ৰথক দুৱাৰ ৰক্ষাৰ ভাৰ দিলে। পাপাত্মাৰ হাতত আমি সকলো পৰাস্ত হলোঁ ; ব্যূহৰ ভিতৰলৈ সোমাব নোৱাৰিলোঁ। কিন্তু অভি অনায়াসে জয়দ্ৰথক পৰাস্ত কৰি ব্যূহৰ ভিতৰলৈ সোমাল। আৰু এজন এজনকৈ সকলোকে পৰাস্ত কৰিলে। পাচে দুষ্টবুদ্ধি দুৰ্য্যোধনৰ পৰামৰ্শমতে সপ্তৰথী একত্ৰ হৈ অন্যায় যুদ্ধত অভিক কাতৰ কৰিলে। বীৰ-চূড়ামণি পুত্ৰই এবাৰ নহয়, দুবাৰ নহয়, সাতবাৰ সেই সপ্তৰথীক পৰাস্ত কৰিলে ! অৱশেষত অচেতন হৈ মাটিত পৰি আছিল। এনেতে নিষ্ঠুৰ জয়দ্ৰথে কাপুৰুষৰ নিচিনা গদাৰ কোবত বস্তি নুমুৰাই পেলালে। সেই সিন্ধুৰাজ-পুত্ৰ পাপাত্মা জয়দ্ৰথৰ হাতত অভি নিধন হৈছে। মই কত চেষ্টা কৰিও সহায় কৰিব নোৱাৰিলোঁ।

অৰ্জ্জুন—কি ! সেই পাপিষ্ঠ, পামৰ, দুৰাত্মা জয়দ্ৰথে মোৰ পুত্ৰক বিনাশ কৃৰিলে ? উঃ কি পৰিতাপ। হে চন্দ্ৰ সূৰ্য্যাদি দেৱতাসকল ! তোমালোক সকলো সাক্ষী। মই কালি সন্ধ্যাৰ পূৰ্ব্বেই জয়দ্ৰথক নিশ্চয় বধ কৰিম ; যদি নকৰোঁ, তেন্তে গোহত্যা, ব্ৰহ্মহত্যা, ভ্ৰূণহত্যা, মাতৃহত্যা, পৰস্ত্ৰীহৰণ, পৰদ্ৰব্য হৰণ, গুৰুদ্ৰোহী, মিত্ৰদ্ৰোহী, ৰাজদ্ৰোহী, পৰান্নভোজী, ইত্যাদি যত মহাপাপ আছে আৰু দেৱলোক, ভূলোক, নৰলোকত যিমান মহা পাপ কৰিছে, সেই সকলো পাপেৰে মই কলুষিত হম। আৰু যদি সন্ধ্যাৰ পূৰ্ব্বে সেই পুত্ৰহন্তাক

বিনাশ কৰিব নোৱাৰোঁ, তেন্তে মই অগ্নিকুণ্ডত পৰি আত্ম-হত্যা কৰিম। গাণ্ডীব ধনু আৰু নধৰোঁ। এই মোৰ প্ৰতিজ্ঞা। মোৰ অভিক বিনাশ কৰি শত্ৰু জীয়াই থাকিব আৰু মই এই জগতত প্ৰাণ ধৰি থাকিম! উঃ মোৰ জীৱনত শতবাৰ ধিক! ধিক মোৰ বাহুবল! ধিক মোৰ ধনুৰ্ব্বাণ! মই নিশ্চয় এই প্ৰতিজ্ঞা পালন কৰিম। উঃ! মোৰ অনুপস্থিতিত এনে অন্যায় সমৰ কৰি মোৰ পুত্ৰৰ প্ৰাণ বিনাশ কৰিলে। কালি তাৰ প্ৰতিফল পাব ; গাণ্ডীবীৰ হাতৰপৰা জয়দ্ৰথক ৰক্ষা কৰিবলৈ আহি কোন পাপত্মাই জগা জুইত জাহ দিবলৈ সাহ কৰে বুজা যাব। সাতজন যোদ্ধা মিলি কোন নীতি অনুসাৰে অনাশ্ৰয় বালক এটিক বধ কৰিলে, সেই কথা মোক অস্ত্ৰ-বলেৰে বুজাই দিব লাগিব। দ্ৰোণ! তুমি ব্ৰাহ্মণ হৈ ক্ষত্ৰিয়ৰ যুদ্ধ নীতি ভঙ্গ কৰা একো আচৰিত নহয়। ৰাধাসুত! তই এনে নীচ বংশত জন্ম লৈ ক্ষত্ৰিয় নীতি পালিবলৈ যে অসমৰ্থ হবি, ই একো নতুন কথা নহয় ; কিন্তু কুলাঙ্গাৰ দুৰ্য্যোধন! তই পবিত্ৰ চন্দ্ৰবংশত চিৰদিনলৈ কলঙ্ক ৰাখিবলৈ কিয় জনম লৈছিলি? পামৰ, দুৰ্ম্মতি, পাপাত্মা জয়দ্ৰথ! তোৰ চাগৈ আজি নানা অপায় অমঙ্গল মিলিছে ; কাৰণ কালিলৈ তোৰ মৃত্যু ধ্ৰুব নিশ্চয়।

সৈন্যগণ—জয় ধৰ্ম্মৰাজৰ জয়! জয় মহাবীৰ অৰ্জ্জুনৰ জয়! জয় কৃষ্ণভক্তিৰ জয়! [ সকলো গুচি যায় ]

---

ভীম—ভাই! দ্ৰোণে অদ্ভুত চক্ৰব্যূহ ৰচনা কৰি, জয়দ্ৰথক দুৱাৰ ৰক্ষাৰ ভাৰ দিলে। পাপাত্মাৰ হাতত আমি সকলো পৰাস্ত হলোঁ; ব্যূহৰ ভিতৰলৈ সোমাব নোৱাৰিলোঁ। কিন্তু অভি অনায়াসে জয়দ্ৰথক পৰাস্ত কৰি ব্যূহৰ ভিতৰলৈ সোমাল। আৰু এজন এজনকৈ সকলোকে পৰাস্ত কৰিলে। পাচে দুষ্টবুদ্ধি দুৰ্য্যোধনৰ পৰামৰ্শমতে সপ্তৰথী একত্ৰ হৈ অন্যায় যুদ্ধত অভিক কাতৰ কৰিলে। বীৰ-চূড়ামণি পুত্ৰই এবাৰ নহয়, দুবাৰ নহয়, সাতবাৰ সেই সপ্তৰথীক পৰাস্ত কৰিলে! অৱশেষত অচেতন হৈ মাটিত পৰি আছিল। এনেতে নিষ্ঠুৰ জয়দ্ৰথে কাপুৰুষৰ নিচিনা গদাৰ কোবত বস্তি নুমুৱাই পেলালে। সেই সিন্ধুৰাজ-পুত্ৰ পাপাত্মা জয়দ্ৰথৰ হাতত অভি নিধন হৈছে। মই কত চেষ্টা কৰিও সহায় কৰিব নোৱাৰিলোঁ।

অৰ্জ্জুন—কি! সেই পাপিষ্ঠ, পামৰ, দুৰাত্মা জয়দ্ৰথে মোৰ পুত্ৰক বিনাশ কৰিলে? উঃ কি পৰিতাপ। হে চন্দ্ৰ সূৰ্য্যাদি দেৱতাসকল! তোমালোক সকলো সাক্ষী। মই কালি সন্ধ্যাৰ পূৰ্ব্বেই জয়দ্ৰথক নিশ্চয় বধ কৰিম; যদি নকৰোঁ, তেন্তে গোহত্যা, ব্ৰহ্মহত্যা, ভ্ৰূণহত্যা, মাতৃহত্যা, পৰস্ত্ৰীহৰণ, পৰদ্ৰব্য হৰণ, গুৰুদ্ৰোহী, মিত্ৰদ্ৰোহী, ৰাজদ্ৰোহী, পৰান্নভোজী, ইত্যাদি যত মহাপাপ আছে আৰু দেৱলোক, ভুলোক, নৰলোকত যিমান মহা পাপ কৰিছে, সেই সকলো পাপেৰে মই কলুষিত হম। আৰু যদি সন্ধ্যাৰ পূৰ্ব্বে সেই পুত্ৰহন্তাক

বিনাশ কৰিব নোৱাৰোঁ, তেন্তে মই অগ্নিকুণ্ডত পৰি আত্ম-হত্যা কৰিম। গাণ্ডীৱ ধনু আৰু নধৰোঁ। এই মোৰ প্ৰতিজ্ঞা। মোৰ অৰিক বিনাশ কৰি শত্ৰু জীয়াই থাকিব আৰু মই এই জগতত প্ৰাণ ধৰি থাকিম! উঃ মোৰ জীৱনত শতবাৰ ধিক! ধিক মোৰ বাহুবল! ধিক মোৰ ধনুৰ্ব্বাণ! মই নিশ্চয় এই প্ৰতিজ্ঞা পালন কৰিম। উঃ! মোৰ অনুপস্থিতিত এনে অন্যায় সমৰ কৰি মোৰ পুত্ৰৰ প্ৰাণ বিনাশ কৰিলে। কালি তাৰ প্ৰতিফল পাব; গাণ্ডীৱীৰ হাতৰপৰা জয়দ্ৰথক ৰক্ষা কৰিবলৈ আহি কোন পাপত্মাই জগৎ জুইত জাহ দিবলৈ সাহ কৰে বুজা যাব। সাতজন যোদ্ধা মিলি কোন নীতি অনুসাৰে অনাশ্ৰয় বালক এটিক বধ কৰিলে, সেই কথা মোক অস্ত্ৰ-বলেৰে বুজাই দিব লাগিব। দ্ৰোণ! তুমি ব্ৰাহ্মণ হৈ ক্ষত্ৰিয়ৰ যুদ্ধ নীতি ভঙ্গ কৰা একো আচৰিত নহয়। ৰাধাসুত! তই এনে নীচ বংশত জন্ম লৈ ক্ষত্ৰিয় নীতি পালিবলৈ যে অসমৰ্থ হবি, ই একো নতুন কথা নহয়; কিন্তু কুলাঙ্গাৰ দুৰ্য্যোধন! তই পবিত্ৰ চন্দ্ৰবংশত চিৰদিনলৈ কলঙ্ক ৰাখিবলৈ কিয় জনম লৈছিলি? পামৰ, দুৰ্ম্মতি, পাপাত্মা জয়দ্ৰথ! তোৰ চাগৈ আজি নানা অপায় অমঙ্গল মিলিছে; কাৰণ কালিলৈ তোৰ মৃত্যু ধ্ৰুব নিশ্চয়।

সৈন্যগণ—জয় ধৰ্ম্মৰাজৰ জয়! জয় মহাবীৰ অৰ্জ্জুনৰ জয়! জয় কৃষ্ণভক্তিৰ জয়! [ সকলো গুচি যায় ]

---

## দ্বিতীয় গৰ্ভাঙ্ক।

### অন্তঃপুৰ ;

উত্তৰা মূৰ্চ্ছিত, সুমথিৰা আৰু দাসীবোৰে তেওঁক শুশ্ৰূষা কৰিছে।

সুমথিৰা—হায়! কি হল ? ই কি ? সৰ্ব্বনাশ! সৰ্ব্বনাশ সংসাৰ যে একেবাৰে শূন্য হল॥ পুৰি আন্ধাৰ হল! সখি! উঠক ; গা তোলক। [ পানী দিয়ে আৰু বিচে ]

উত্তৰা—হা নাথ! জীবিতেশ! প্ৰাণবল্লভ! হা হৃদয়-সৰ্ব্বস্ব! দুখিনীক একবাৰ দেখা দিয়ক। অকালতে দুখিনাক অকুল সাগৰত পেলাই গল কিয় ? বিধাতা! তোৰ মনত এইহে আছিল ? মোৰ মূৰত বজ্ৰাঘাত কৰিলি। অকালত মোৰ প্ৰাণধনক কাঢ়ি নিলি। প্ৰাণেশ্বৰ আপুনি কলৈ গল ? মই যে আপোনাক নেদেখিলে এক মুহূৰ্ত্তও থাকিব নোৱাৰোঁ ; আপুনিও দেখোঁ, মোক নেদেখিলে এক মুহূৰ্ত্তও থাকিব নোৱাৰে। নাথ! সেই মায়া, সেই স্নেহ পাহৰিলেনে ? মইনো আপোনাৰ চৰণত কি দোষ কৰিলোঁ ? যম! তই মোকও নে। কুৰুক্ষেত্ৰৰ যুদ্ধত ইমান বীৰ গ্ৰাস কৰিও তোৰ ভোক নুগুচিল। [ কপালত আঘাত ] এই হতভাগিনী এতিয়াও জীয়াই আছে! হৃদয়! তই দুফাল হ। প্ৰাণ! তই ওলাই যা। এই জীৱন আৰু কেলেই ? এতিয়াই যা।

[ বুকত আঘাত আৰু মূৰ্চ্ছা ]

স্নমথিৰা—অ আই ! আকৌ কি হল ! সৰ্ব্বনাশ !

পৰিছাৰিকা—এৰা ! হয় ! অ আই ! উঠক আই ! কি সৰ্ব্বনাশ ! সৰ্ব্বনাশ ! আমি সকলে বিচোঁ, তই আইৰ মুখত অলপ পানী দে। আইৰ অবিহনে গোটেইখন সংসাৰ আন্ধাৰ যেন হল। এই কালতে যে আইৰ কপাল ফুটিব, আমি সপনতো ভাবা নাছিলোঁ। হায়, হায় ! আমি মৰি নাযাওঁ কিয় ? [ মুখত পানী দিয়ে আৰু বিচে ]।

উত্তৰা—সখি ! মই কত আছোঁ ?

[ সুভদ্ৰাৰ প্ৰবেশ। ]

সুভদ্ৰা—উত্তৰা ! উত্তৰা ! মোৰ প্ৰাণৰ অভি কত আছে ? ক'ত লুকুৱালি ? দে, দে, উলিয়াই দে। মই বিচাৰি বিচাৰি এইখিনি পাইছোঁহি। [ কপালত আঘাত আৰু মূৰ্চ্ছা ]

উত্তৰা—( শূন্যলৈ চাই ) আহা ! কি মনোহৰ মূৰ্ত্তি ! কি অপৰূপ শোভা ! কিৰীটি কি সুন্দৰ ? ফুল-ধনুখনি হাতত কেনেকৈ শোভা পাইছে ! হৃদয় সৰ্ব্বস্ব ! আহিছে ? আহক ; আহক ! মোক কোলাত লওকহি। জীৱনৰ জীৱন ! সেই ঔফুল যেন ৰঙা ওঠৰ-চুমা এটি দিয়ক। অমৃত পান কৰোঁ। হি, হি, হি ! কি সুখ ! এনে মূৰ্ত্তি ! এনে অনুপম মূৰ্ত্তি মোৰ স্বামী। কি ভাইগ ? নাথ ; শুব ? শোৱক। ই কি ? ই কি ? চকু পকাই চাইছে কিয় ? খং কৰিলে ? দাসীয়ে কিবা দোষ কৰিলে হবলা ? উঠিল ; যায় গৈ ? কলৈ যাব ? গল ; গল ; মৰিলোঁ। উঃ মৰিলোঁ ! ৰব ; ক্ষন্তেক ৰব।

মইও যাওঁ, কাবৌটি কৰিছোঁ ; ৰব। ( ধৰিবলৈ লৰ মাৰে ) পাইছোঁ! ধৰিলোঁ! ( পতন আৰু মৃত্যু )

---

# তৃতীয় গৰ্ভাঙ্ক।

## অন্তঃপুৰ।

শ্ৰীকৃষ্ণ, অৰ্জ্জুন আৰু সুভদ্ৰা।

শ্ৰীকৃষ্ণ—সেই দেখিছে কৈছোঁ ; মানুহৰ জীৱন মিছা। ই, ঠিক কচুপাতৰ পানীৰ নিচিনা। কিন্তু আত্মা অমৰ। মৃত্যুৰ পাচত ৰূপান্তৰ হয় মাথোন।

সুভদ্ৰা—দাদা! অভিৰ শোকত আৰু জীৱন ধৰিব নোৱাৰি। হায়, অভি! অকালতে আমাক এৰি কলৈ গলি? উত্তৰা লাহৰি মোৰ! তুমিও মোক এৰি গলা?

অৰ্জ্জুন—সখি! অভিমন্যু কলৈ গল, ক'ত আছে ভাবি চিন্তি ঠিক কৰিব নোৱাৰিলোঁ। প্ৰাণেও প্ৰবোধ নামানে। অন্তিম সময়ত যে মই তেওঁক দেখা নাপালোঁ, এই জুইয়ে মোক পুৰি মাৰিছে।

শ্ৰীকৃষ্ণ—সখি! তেন্তে মই তেওঁলোকক দেখুৱাওঁ, চোৱা। তেওঁলোক অপেচৰা অপেচৰী হৈ স্বৰগত মহা সুখে আছে। অলপতে আমিও গৈ তেওঁলোকৰ লগ লমহঁক!

## চতুর্থ গর্ভাঙ্ক।

### বৈকুণ্ঠ ধাম ঃ

অভিমন্যু, তাৰু উত্তৰা যুগল মূৰ্ত্তি ।

ইমন বিভাস—কাওৱালী।

ভজ গোবিন্দম্ স্মৰ গোবিন্দম্
গোবিন্দম্ ভজ মূঢ়মতে ।
কা তব কান্তা কস্তে পুত্ৰঃ
সংসাৰোহয়মতীব বিচিত্ৰঃ ।
কস্য ত্বং বা কুতঃ আয়াতঃ ।
তত্ত্বং চিন্তয় তদিদং ভ্ৰাতঃ ॥

মা কুৰু ধনজনযৌবনগৰ্ব্বম্
হৰতি নিমেষাৎ কালঃ সৰ্ব্বম্ ।
মায়াময়মিদমখিলং হিত্বা
ব্ৰহ্মপদং প্ৰবিশাশু বিদিত্বা ॥

নলিনীদলগত জলমতিতৰলম্
তদ্বজ্জীবনমতিশয় চপলম্ ।
বিদ্ধি ব্যাধিব্যালগ্ৰস্তম্
লোকং শোকহতং চ সমস্তম্ ।

যাবজ্জননং তাবন্মৰণম্
তাবজ্জননীজঠৰে শয়নম্ ।
ইতি সংসাৰে স্ফুটতৰ দোষঃ
কথমিহ মানব তব সন্তোষঃ ॥

তত্ত্বং চিন্তয় সততং চিত্তে
পৰিহৰ চিন্তাং নশ্বৰবিত্তে ।
ক্ষণমিহ সজ্জনসঙ্গতিৰেকা
ভবতি ভবার্ণবতৰণে নৌকা ॥

[ যবনিকা পতন ]



